

# সাতাৰৰ ছাল বা স্বাধীনতাৰ প্ৰথম যুদ্ধ

শ্ৰীবেণুধৰ শৰ্ম্মা




"পদ্ম প্ৰকাশ"
গুৱাহাটী

বেচ এটকা




# উছৰ্গা



৺চন্দ্ৰনাথ শৰ্ম্মা

"স্বৰ্গতো অধিক জনমভূমিক মৰি-মুজি ভাল পাই কাম কৰোঁতা মানুহ অতি বিৰল। সংসাৰৰ চাকনৈয়াত উটি-বুৰি, অপায়-অমঙ্গলৰ বাধা নেওচি, দুখ-কষ্টৰ , জুমুৰিলৈ

কটাহি নকৰি, কোনোমতে যিবা এটি চন্দ্ৰনাথ কলঢোপ কলঢোপকৈ আগলৈ উঠি আহিছিল তেওঁকো আজি কালে পাই মুচৰি লৈ গ'লহি। অসমীয়াৰ কি ফুটা কপাল!

"আইৰ ঘৰলৈ যাম, দুই হাতে খাম,
বিধিয়ে বোলে মই পাছে পাছে যাম।"

অসমীয়াই চন্দ্ৰনাথত কত আশা কৰিছিল, কত ভাৰসা কৰিছিল, তেওঁৰহে কত টোপোলা বান্ধিছিল, কিমান কথা ভাবিছিল— সেই সকলোবোৰৰ ওপৰত কণাবিধিয়ে বাগী কুঠাৰ বজুৱালে!

দেহি ঐ, আজি চন্দ্ৰশৰ্ম্মা নাই। সেই উদাৰতা-ভৰা উঠঙ্গা কপালেৰে, উপস্থিত-বুদ্ধিভৰা জোঙ্গা কুমেৰে, মগ্রজু আৰু মৈত্ৰীৰে পুৰ হাতীমূৰীয়া মূৰেৰে ঘুটমুটীয়া চন্দ্ৰনাথ শৰ্ম্মা বোলা মানুহটি আৰু এই পৃথিবীত নাই! ১৮৪৪ শকৰ শাওণৰ ৪ তাৰিখ বৃহস্পতিবাৰে মাটিৰ মানুহ চন্দ্ৰশৰ্ম্মা ছিলং পাহাৰৰ মাটিত মিলি পৰিল। আৰু তাৰ লগে-লগে এই কাম্যভূমি অসমত জুই আঙ্গনিৰে ধেমালি কৰিবলৈ বুদ্ধি-জনা এটি মূৰ, বিদেশী শাসন জোকৰ মুখত চূণ দিয়া এখনি মুখ আৰু সাপৰ মূৰত ভেকুলী নচুৱা এটি কাপৰও অন্ত পৰিল।

চন্দ্ৰনাথ শৰ্ম্মা ঢুকাল। লোকালোক এৰি তেওঁৰ আত্মা চন্দ্ৰলোকত লুকাল। আজি ছেদ-ভেদ নোহোৱা কত কথাই মনত ওলাইছে। মনত পৰিছে, সেই তাহানিখনেই তেওঁক

খৰিকামাৰিবে পৰ্ব্বত হেঁচু।ষ৭৬ ... ৰশিএ। "।।৮.
বুলি জোকোৰা-কথা, সকৰ মুখত বৰ কথা দেখি Firc brand Politi(i)n বুলি পেংলাই কৰাৰ কথা, বলে নোৱৰা শিলক দাঙিবলৈ যোৱা দেখি "টিপচিয়ে হোপোং গছ লৈছে" বুলি পাছফালৰ পৰা চাপৰি বাই হঁহাৰ কথা। আৰু কত কি মনত পৰিছে।

আজি যে লাজত অধোমুখ! ইতিকিওৰ মূৰত যে বজ্রপাত। সঁচাসঁচিকৈয়ে চন্দ্ৰনাথে খৰিকা মাৰিবে পৰ্ব্বত হেঁচুকিলে, সকৰ মুখত বৰ কথা ৰজালে, বলে নোৱৰা শিলক দাঙিব নোৱাৰিলেও, খাজ লৰাই থৈ গল।

কোনে আজি বিদ্রূপ বাণলৈ ভ্রূক্ষেপ নকৰি, খাই পাত ফলা বিদেশীসকলৰ আগত ৰামটাঙ্গোন জোকাৰিব? কোনে আজি "কামৰূপ অনুসন্ধান সমিতি" আৰু "আসাম এছ' চিয়েশ্যন"ৰ কাৰ্য্যবিধি নিৰ্দ্ধাৰিত কৰিব? কোনে আজি হিন্দু সমাজ সংস্কাৰ কৰি তাৰ পৰিসৰ বঢ়াবলৈ ব্ৰাহ্মণ সভাৰ গুৰি বঠা ধৰিব? কোনে আজি মুখেৰে লট-পটোৱা ভিতৰি কপট ৰখা বুটিছ বিষয়াসকলৰ আচৰণৰ প্ৰতিবাদ কৰিব? কোনে আজি মৃত্যু শয্যাত পৰি থকা ঘৰখনলৈও আওকাণ কৰি দেহমূৰটাকি কংগ্ৰেছৰ অহিংস মন্ত্ৰেৰে অসম দেশখন ঢৌৱাই পেলাব? কোনে আজি একেধাৰে ৰাষ্ট্ৰজ্ঞান আৰু ৰাষ্ট্ৰশাসনৰ পটুতা লাভ কৰিবলৈ মণিৰাম দেৱানৰ আদৰ্শ অনুসৰণ কৰিব? কোনে আজি "আসাম বিলাসিনী"ত থৈয়ানথৈয়াকৈ

"ছাত্র সাম্মলনী'ৰ নিচিনা অনুষ্ঠান পাতিবলৈ আজি কাৰ মূৰত খেলাব ? কোনে আজি ৺লম্বোদৰ বৰাৰ আৰ্হিৰে গদ্য লিখিবলৈ শিকাব ? কোনে আজি দহৰ হৈ, জন্মভূমিৰ হৈ, দুখ-ভাগৰ কাতিকৈ থৈ, সুখ-সন্তোষ জলাঞ্জলি দি "to die in harness" কথাষাৰিৰ সাৰ্থকতা কৰিব ? আজি যে সেই তেজপুৰৰ বিহগুৰীয়া শ্ৰীযুত চন্দ্ৰনাথ শৰ্ম্মা বি-এল্ ডাঙৰীয়া আৰু আমাৰ মাজত নাই !"

নাই বুলি, যেতিয়াই মাতৃভূমিৰ মুখখন মোলান পৰা দেখিবলৈ পাওঁ, যেতিয়াই নেতৃত্ববিহীন দেশখনে খপজপাই ফুৰিবলগীয়া হয় আৰু যেতিয়াই "মন্ত্ৰৰ সাধন কিম্বা শৰীৰ পতন' এই অমোঘ বাক্যত মামৰে ধৰিব খোজে, তেতিয়াই চন্দ্ৰনাথ শৰ্ম্মালৈ মনত পৰে। সেই কাৰণেই হোঁহকা পিছলা কৰি থকা অসমীয়া জাতিক ৰাজনৈতিক চিন্তাধাৰাৰ গতি পৰিবৰ্ত্তন কৰোঁতা চন্দ্ৰনাথে পাৰ পোৱাৰ বুলি তেওঁৰ স্মৃতিৰ উদ্দেশে এই সৰু পুস্তিকাখনি উচৰ্গা কৰিলোঁ।

শ্ৰীবেণুধৰ শৰ্ম্মা

# পাতনি

পাঠকসকলে আগবঢ়োৱা এই পুথিখনৰ পাঠ কেইটাত ইং ১৮৫৭ চনত হোৱা স্বাধীনতা-যুদ্ধৰ এটি আভাস দিয়া হৈছে। '৫৭ চনটো ভাৰত বুৰঞ্জীত তথাকথিত "চিপাহী বিদ্ৰোহ" হৈছিল বুলিয়েই স্মৰণীয়। 'চিপাহী-বিদ্ৰোহ' নামটো ইংৰাজ বুৰঞ্জী-লিখকৰহে সৃষ্টি। ভাৰতীয়ৰ দৃষ্টিভঙ্গীত ই যে প্ৰকৃততে বৃটিছ শাসনৰ আমোলত ৰাজ্য জুৰি হোৱা পোন প্ৰথম স্বাধীনতা-সংগ্ৰাম তাক জয়ে জয়ে বীৰ বিনায়ক দামোদৰ সাৱৰকৰেই অকাট্য যুক্তি আৰু প্ৰত্যক্ষ প্ৰমাণেৰে প্ৰতিপন্ন কৰিছে।

বঙলা "সালৰ" অনুকৰণ কৰি, আমাৰ মানুহে 'চনৰ' সলনি 'ছাল' কৰলৈ ধৰিলে। অইনবোৰ ইংৰাজী 'চনক' "ছাল" বুলি কওক-নকওক, ১৮৫৭ চনটোক হলে সকলোৱে '৫৭ ছাল বুলি কয়। পঞ্চনদৰপৰা কুণ্ডিল নগৰলৈকে, আৰ্য্যস্থানৰপৰা বিন্ধ্যা পৰ্ব্বতলৈকে ঐক্যবদ্ধ হৈ সদৌ ভাৰতবাসীয়ে এই বছৰতে বৃটিছৰ নাগপাশ ছিঙিবলৈ সমবেত চেষ্টা কৰিছিল। ইয়াৰ আগতো যে স্বাধীনতা প্ৰচেষ্টাৰ প্ৰজ্জলিত স্ফুলিঙ্গ বাহিৰ নহৈছিল, এনে নহয়। হৈছিল। কিন্তু, সেইবোৰ অ'ত ত'ত টুপলিকটা ভাৱে হোৱাত বৃটিছসিংহৰ কেশৰ জোকাৰ খোৱা নাছিল। '৫৭ ছালৰ যুদ্ধই

দেখুৱালে যে অখণ্ড ভাৰতত অখণ্ড ভাৱে যুদ্ধ কৰিলে মহা পৰাক্ৰমী বৃটিছৰ জয়ঘণ্টাও খণ্ড-বিখণ্ড কৰিব পাৰি। সেই যুদ্ধই স্থায়ীভাৱে ভাৰতৰ স্বাধিকাৰ প্ৰতিষ্ঠা কৰিব নোৱাৰিলে যদিও, ভৱিষ্যতৰ নিমিত্তে প্ৰমত্ত দেশাত্মবোধৰ বেদীত সমূহীয়া জাগৰণৰ প্ৰাণ-প্ৰতিষ্ঠা কৰি থৈ গ'ল।

এই যুদ্ধত অসম দেশে কিমান অৰিহণা পেলাইছিল তাৰ কথা কোনো এজন ঐতিহাসিকেও ঘুণাক্ষৰেও ক'তো উল্লেখ কৰা নাই। কৰিবলৈ, বৃটিছ অহাৰ দিন ধৰি অসমীয়াৰ কীৰ্ত্তি-কলাপ সৰ্বাক যাবলৈ ধৰিলে বঙ্গদেশৰ কুম্ভ্ৰাক্ষইদি। বঙ্গদেশে দাঙি ধৰা দাপোণত হে অসমৰ প্ৰতিবিম্ব অনা-অসমীয়াৰ চকুত প্ৰতিফলিত হয়। বঙ্গদেশে এই স্বাধীনতা যুদ্ধত যোগ দিয়া দূৰৈৰ কথা, পণ্ডিত জৱাহৰলাল নেহৰুৰ মতে, বঙালীসকলে বৃটিছৰ আদৰ্শ অনুকৰণ কৰোঁতেই সেই দেশৰ দিন গৈছিল, ৰাতি পুৱাইছিল। আমাৰ দেশত ভগা ৰজা আৰু ভগা পাত্ৰ-মন্ত্ৰী আছিলেই; বৃটিছ সোমাবৰহিও হৈছিল মুঠেই ৩০।৩১ বছৰ; মোগলক পৰাজয় কৰা অৱশিষ্ট শক্তিও উমি-উমি জ্বলিয়েই আছিল; ৰাজনৈতিক বিপৰ্যায়ত পৰি ধৈৰ্য্যচ্যুতি ঘটিছিল যদিও, "হাতে বোলে থাক থাক, ভৰিৰে হেঁচোকে নাও" বিধৰ গৰগঞা মিতিৰালিৰ প্ৰভাৱ তেতিয়াও শিৰকুটাসকলৰ মূৰৰপৰা আঁতৰা নাছিল। সিমানতো আকৌ, "হিন্দু পেট্ৰিয়ট"ৰ সম্পাদক ৰায় বাহাদুৰ কৃষ্ণদাস পালে অসমত হোৱা স্বাধীনতা-সংগ্ৰামৰ কথা উম্নকিয়াওঁতে অসমৰ

আগত effeminate" অর্থাৎ তিৰোতাৰ নিচিনা ভীৰু—বিশেষণটো প্ৰয়োগ কৰিহে সন্তোষ লাভ কৰিছিল। এনে স্থলত, অসমৰ স্বৰূপ প্ৰকাশ পোৱা ঘটনাৱলী অসমৰ বাহিৰে লিপিবদ্ধ হোৱা, লিপিবদ্ধ কি প্ৰচাৰ হোৱাটোৱেই অসম্ভৱ। গতিকে, আজি কঁটীয়া বঙৰেৰে এশ বছৰৰ মূৰত অসমীয়ায়ো ১৮৫৭ চালৰ প্ৰথম স্বাধীনতা যুদ্ধত প্ৰাণ পৰিশ্ৰমে অংশগ্ৰহণ কৰিবলৈ উঠি-পৰি লাগিছিল বুলি ক'লে, চকু খোৱাৰেই কথা!

বৃটিছ-শাসনৰ দমন-চক্ৰ ইমান ভয়ঙ্কৰ আৰু তাৰ হেঁচা ইমান পৰ্ব্বত-সমান যে সৌ সিদিনালৈকে আমাৰ মানুহে '৫৭ চালৰ হুবহু বিৱৰণ প্ৰকাশ কৰাটো শিক্ষিতসকলে অবাঞ্ছনীয় আৰু বিধি-বহিৰ্ভূত কাম বুলিয়েই ভাবিছিল। অসমত হোৱা '৫৭ চালৰ যুদ্ধৰ ওৰটো মণিৰাম দেৱানৰ ফাঁচীতেই কেন্দ্ৰীভূত। গৱৰ্ণমেণ্টৰ দমন-নীতিয়ে আমাক ইমান অন্তঃসাৰশূন্য কৰি পেলাইছিল যে পুতেক বম দাৰোগাই দেউতাক মণিৰাম দেৱানৰ আখ্যানটোকে উলিয়াবলৈ নিদিছিল। কোনোবাই যদি উলিয়াইছিলও "বিদ্ৰোহী" হোৱাটো "অপবাদ" বুলি কৈহে উলিয়াব পাৰিছিল। সেই সময়ত, এনে ভাৱে বিভীষিকাৰ সৃষ্টি হৈছিল যে শহুৰেকক জোঁৱায়েকেও "বিদ্ৰোহী" নহয় বুলি মিছা কথাৰ অৱতাৰণা কৰি আৰম্ভি লাভ কৰিছিল। এনেকুৱাকৈ, শিক্ষিতসকলৰ মানসিক অধঃপতন হোৱাত, স্বাধীনতা যুদ্ধৰ কথাহে নেলাগে, মণিৰাম দেৱান মানুহ জনৰ কথাকে শুনিবলৈ

নোপোৱা হ'ল। কিন্তু, জাতিৰ বাজহাড় জনসাধাৰণৰ মাজত মণিৰাম দেৱান আজিও জীৱিত। জীৱিত হলেও, জীয়াই থকা শাসনৰ দমন-চক্ৰৰ হেঁচাত মূৰ দাঙি ওলাব পৰা নাছিল। এতিয়া সেই চক্ৰ অচল হৈছে। গতিকেই সেই প্ৰতিভাৱান জীৱন্ত পুৰুষৰ জীৱন সংক্ৰান্তত হোৱা ঘটনাৱলীৰ অধ্যায়টি তেওঁৰ জীৱনীৰপৰা ফালি আনি ৰাইজৰ আগত দাঙি ধৰা হ'ল।

ইং ১৯২০ চনৰ জানুৱাৰী মাহতে, কলিকতাৰ এ, এচ্, এল্ ক্লাবৰ ( অসমীয়া ছাত্ৰৰ সাহিত্য সভা ) উদ্যোগত, তেতিয়া মিৰ্জ্জাপুৰ ষ্ট্ৰীটত থকা চিটী কলেজ ভৱনত বহা সভা এখনত মণিৰাম দেৱানৰ চমু জীৱনীয়ে সৈতে এই অধ্যায়টো পাঠ কৰা হয়। সভাপতি আছিল ( অধ্যাপক ) শ্ৰীযুত উমাকান্ত গোস্বামী। ইয়াৰ কেইবা বছৰৰ পূৰ্ব্বেও পৰম শ্ৰদ্ধাস্পদ শ্ৰীযুত উপেন্দ্ৰ নাথ বৰুৱা ডাঙৰীয়াইহে মাত্ৰ মণিৰাম দেৱানৰ বিষয়ে কাকতে-পত্ৰই লিখিছিল —অৱশ্যে, সেই লেখাৰ ভাব-ভঙ্গী স্বকীয়া আছিল। ১৯২০ চনৰ পৰাই মণিৰাম দেৱানৰ উজাৰ নোখোৱা স্মৃতিৰ ওপৰত সঞ্জীৱনী মন্ত্ৰৰ হাত বুলোৱা হ'ল। অক্লান্ত দেশসেৱক স্বৰ্গীয় চন্দ্ৰনাথ শৰ্ম্মাৰ দেৱানে লিখা "সোণ কমোৱা" বিষয়ক প্ৰবন্ধ এটি তেখেত আৰু শ্ৰীযুত অম্বিকাগিৰি ৰায় চৌধুৰী ডাঙৰীয়াৰ যুটীয়া সম্পাদনত প্ৰকাশ হোৱা "চেতনা" কাকতত উলিয়াই দি দেৱানৰ নামত চেতনাৰ সঞ্চাৰ কৰে। সেই

প্ৰবন্ধটি এই লেখকেই অনুসন্ধান কৰি ৺শৰ্ম্মাদেৱৰ হাতত দিছিল।

ৰায় বাহাদুৰ পদ্মনাথ গোহাঞি বৰুৱাৰ সভাপতিত্বত বৰপেটাত বহা অসম এছচিয়েছনৰ অধিবেশনত ৺শৰ্ম্মা ডাঙৰীয়ায়েই মণিৰাম দেৱানৰ জীৱনী এখনৰ নিমিত্তে ৩০০৲ টকা পুৰস্কাৰ দিম বুলি ঘোষণা কৰে। তাৰ এবছৰ কি, দুবছৰৰ পিচতেই শৰ্ম্মা দেৱৰ অকাল বিয়োগ ঘটে। পুৰস্কাৰ আৰু দিবলৈ নেপালে। তেওঁৰ মনৰ অভিলাষ মনতেই মাৰ গল। সেই কাৰণে এই কিতাপ খনি তেওঁৰ নামতেই উছৰ্গা কৰিলোঁ—জানোবা তেওঁৰ অমৰ আত্মা কেনেবাকৈ তৃপ্ত হয়েই।

তথাপি, তেতিয়াও আমাৰ শিক্ষিতসকলৰ কোঁচ খাই থকা মনবোৰ মুকলি হব পৰা নাছিল। ১৯২৯ চনত, শিৱসাগৰত বহা ছাত্ৰ সম্মিলনত এই কিতাপৰ বিষয়টিকে অলপ চমুকৈ প্ৰবন্ধাকাৰে পাঠ কৰিবলৈ দিয়া হৈছিল। মুকলি সভাত প্ৰবন্ধটি পঠিত বুলি ধৰি লোৱা হ'ল। সম্মিলনৰ আগ-পাচ ধৰোঁতাসকলে প্ৰবন্ধাৱলীত ইয়াক জানিবা ঠায়ো দিলে। দিলে হে দিলে, প্ৰবন্ধ গুচাই তাক "কদধং" কৰি পেলালে। প্ৰবন্ধটিৰ কাণ-মূৰ কাটি লঠাকৈ প্ৰকাশ কৰাত প্ৰবন্ধাৱলী প্ৰকাশকে অনুগ্ৰহকে কৰিলে নে, নিগ্ৰহকে কৰিলে, নাই ছৰ্কাৰী আইনৰ মৰ্য্যদাকে অটুট ৰাখিলে, আজিলৈকে একো তৎ ধৰিব নোৱাৰিলোঁ।

সৌ ইং ১৯৪৭ চনৰ ১৫ আগষ্টৰ ( ১৮৬৯ শকৰ ২৯ শাওণ ) পাচৰপৰাই মাথোন বু-বু-বা-বা মাত বৌজাল-বৌজালকৈ ফুটাবলৈ কুকুংকাৰাং কৰিছোঁহক। মাত যেতিয়া গলগলীয়া হ'ব, শব্দত যেতিয়া আঁৰ নেথাকিব, ভাষা যেতিয়া সৰ্গৰীয়া হ'ব, লেখনী যেতিয়া বৈ যাব, প্ৰকাশ-ভঙ্গিমাই যেতিয়া মুক্তি লাভ কৰিব, '৫৭ ছালৰ ঘটনাৱলীত পোহ মাৰিবলৈ অগণন ডেকা যেতিয়া উৰুলিকৃত হৈ ওলাই আহিব, তেতিয়াহে শৃঙ্খলমুক্ত অসমীয়া জাতিয়ে '৫৭ ছালৰ ঘটনাৱলীত চতুষ্কোণৰপৰা পূৰ্ণ দৃষ্টি পেলাই প্ৰাণ পৰিতোষ কৰিব পাৰিব।

চাৰিং, শিৱসাগৰ — শ্ৰীবেণুধৰ শৰ্ম্মা

২৫ ভাদ, ১৮৬৯ শক

# সাতাম্ন্ ছাল
## বা
# স্বাধীনতাৰ প্ৰথম যুদ্ধ

জয়সিংহ-পৃথ্বীৰাজৰ গৃহকন্দলে হিন্দুৰ অধঃপতন আনিলে। ভাৰতত মুছলমানৰ প্ৰৱেশ হ'ল। অসমত বাদে, নৱাব-পাৎশ্বাহৰ একাধিপত্যই গোটেই ভাৰতবৰ্ষ জুৰি পেলালে। তুৰ্কীস্থান -আফগানিস্থানৰ মানুহ হিন্দু প্ৰজাৰ লগত সমিল-মিল হৈ হিন্দুস্থানতে খিলঞ্জীয়া হৈ বৈ গ'ল। হিন্দুস্থান বা ভাৰতবৰ্ষ তেওঁবিলাকৰো জন্মস্থান হ'ল। দৈৱদুৰ্ব্বিপাকত, বেপাৰ-বাণিজ্যৰ আচিলা লৈ ভাৰত-ভূমিত বৃটিছ জাতিয়ে ৰাজনৈতিক আধিপত্য স্থাপন কৰিলেহি। লগে-লগে ইউ-ৰূপীয় সভ্যতাৰ নতুন অভিনয় হ'ল। ভাৰতবৰ্ষ বৃটিছৰ জন্মভূমি নহৈ কেৱল দোহন-ভূমিহে হৈ পৰিল। ধৰ্ম্ম-অৰ্থ-কাম-মোক্ষ সকলোপিনে ভাৰতবাসীৰ মূৰত বজ্ৰপাত পৰিল।

মুছলমান-মৌলৱীৰ ধৰ্ম্মশিক্ষা হ'ল—যুদ্ধ কৰি জিকিবৰ আশা নেথাকিলেহে কাফেৰ ফিৰিঙ্গী-শাসনৰ সেও হব পায়। হিন্দুৰ মনতো অতীত স্মৃতিয়ে দেখা দিলেহি। হিন্দু-মুছল-মান ভ্ৰাতৃভাৱত পমি গ'ল। দুয়ো জন্মভূমিৰ জয় গান গাবলৈ ধৰিলে। হিন্দুস্থানৰ বিজয়-বৈজয়ন্তী উৰাবলৈ দুয়ো পক্ষ প্ৰাণ টাকি লাগিল। "ইংৰাজৰ উচ্ছেদ হক"—এই মন্ত্ৰই হিন্দু-মুছলমানৰ অন্তৰত ধ্বনিত-প্ৰতিধ্বনিত হ'বলৈ

ধৰিলে। এদিন দুদিনকৈ বহুত দিন গ'ল। এবছৰ দুবছৰকৈ এশ বছৰ পাৰ হ'বলগীয়া হ'ল। তেতিয়াও সেই মাহেন্দ্ৰক্ষণ মিলাহি নাই, যি ক্ষণত সকলোটি গোটখাই পানীৰ লগত তেল হৈ থকা বৃটিছ-আধিপত্যক ভাৰতবৰ্ষৰ পৰা একৰাই দিব পাৰি। ১৮৫৭ ছাল পালেহি—অমৃত ক্ষণ-মাহেন্দ্ৰক্ষণৰ যোগ পৰিলহি। সদৌ ভাৰতবাসী যুটীয়া হৈ ভাৰত বুৰঞ্জীত এটি অভূতপূৰ্ব্ব অধ্যায়ৰ সৃষ্টি কৰিবলৈ এই ছালতেই সোণালি সুযোগ ওলাই পৰিলহি। এই সুযোগেই বৃটিছৰ বিৰুদ্ধে ভাৰতবাসীক পোন-প্ৰথম স্বাধীনতাৰ যুদ্ধত প্ৰবৃত্ত কৰালে।

চাৰ জৰ্জ্জ কেম্পবেলৰ ( Sir George Campbell ) মতে এই যুদ্ধৰ সৃষ্টি-কৰ্ত্তা ভাৰতীয় চিপাহীবিলাক। এওঁবিলাকে বহুত দিনৰেপৰা চাঁচি থোৱা ছুল সুমুৱাবলৈ চল পালে এই ১৮৫৭ ছালতে। ইষ্ট ইণ্ডিয়া কম্পেনীক ভাৰতৰপৰা বহিষ্কৃত কৰিবলৈ এই "ছালতেই" এওঁবিলাক উঠি-পৰি লাগিল। এই যে উঠি-পৰি লগা—এয়ে হৈছে চিপাহী বিদ্ৰোহ; ওলোটা পাকে ক'বলৈ হ'লে, ইংৰাজৰ আমোলত হোৱা প্ৰথম স্বাধীনতাৰ যুদ্ধ।

কাণ্ডাহাৰৰ ফীল্ড মাৰ্শ্বেল লৰ্ড ৰবাটছে ( Field Marshall Lord Roberts ) কয়, "ভাৰতত অকল ভাৰতীয় চিপাহীবোৰেই বিদ্ৰোহ কৰা নাই—অকল চিপাহীৰ অসন্তোষ বিক্ষোভেই ইয়াৰ কাৰণ নহয়। ইয়াৰ মূলত বৃটিছৰ

শাসন প্ৰণালীৰ বিৰুদ্ধে বিক্ষিপ্ত বিদ্বেষ ভাব আৰু স্বাধীনতা অপহৃত জাতি এটাৰ স্বাধীনতা প্ৰতিষ্ঠাৰ প্ৰধান জ্বলন্ত সংগ্ৰাম। হিন্দুস্থানৰ দেশীয় ৰাজাবোৰৰ পুৰাতনীয়া প্ৰথাত হস্তক্ষেপ কৰা বাবে ইংৰাজৰ প্ৰতি তেওঁবিলাক বিষমৰূপে বিতুষ্ট। হিমালয়ৰ পৰা কুমাৰীকালৈকে ভাৰতীয় সামন্ত ৰজাসকলেও বিদ্ৰোহত যোগ দিবলৈ আগবাঢ়ি আহিল কেউফালে, সকলোৰে মুখত একেষাৰ কথা—বৃটিছ সোমোৱাৰ পৰা ভাৰতৰ ধৰ্ম্ম-কৰ্ম্ম সকলো নাশ হল। বৃটিছ শাসন নীতিয়ে ভাৰতৰ নীতি অনুসৰণ নকৰা হল। বিদ্ৰোহী বিলাকে প্ৰচাৰ কৰিবলৈ ধৰিলে—ইংৰাজ আহিয়েই ভাৰতত নকৰিলে কি? সতীত্ব ধৰ্ম্ম ৰক্ষা কৰা সতীপ্ৰথা উঠাই দিলে। নন্দকুমাৰৰ নিচিনা ধী-শক্তি সম্পন্ন ব্ৰাহ্মণক ফাঁচী দিলে। মিশ্যনেৰী পাদ্ৰী চাহাবৰ হতুৱাই খৃষ্ট ধৰ্ম্ম প্ৰচাৰ কৰালে। ভাৰতত বিজুলী তাঁৰৰ বিস্তাৰ হল, ৰেল-গাৰী হল, ডাকঘৰ হল, দূৰৈৰ বাট চমু হল। পৰ্ব্বত শুচি ভৈয়াম হল, ব্ৰাহ্মণ-চাণ্ডাল একেলগে বহি তীৰ্থ-যাত্ৰা কৰিব-লগীয়া হল। "ছাঁতে শুকোৱা, মুঠিতে লুকোৱা" কাপোৰ তৈয়াৰ কৰিব নোৱৰা হল। সংস্কাৰৰ নামত ভুৱা দি বৃটিছে আমাৰ জাত মাৰিবলৈ আহিছে বুলি সকলোৰে বিশ্বাস হল। কিনক দিনে এই ভাবটোও দৃঢ়ৰূপে প্ৰতিপন্ন হবলৈ ধৰিলে যে বৃটিছ আহিছে ভাৰতবৰ্ষ থনক ৰেলৰ ছিৰী আৰু বিজুলী তাঁৰৰ খুটাৰে জুটি ভাৰতবাসীৰ হাত-ভৰি ভাঙি থোৱা দ

কৰিবলৈ। প্ৰকৃততে কথা সেয়ে। এডেও তুডেও লোটা নিবৰ ছেও ধৰি আলহীয়েই গিৰিহঁত হোৱা দেখি ভাৰতবাসীৰ গা বাজি গলগৈ।

শাসন প্ৰণালীৰ প্ৰতি এনেবোৰ অবিশ্বাস, সন্দেহ আৰু ঘৃণাৰ জুই কুৰাত আৰু এটা কথাৰ বতাহে হুৰহুৰীয়া বা দিবলৈ ধৰিলে। আগেয়ে কাৰাগাৰবোৰত প্ৰত্যেক ফাটেকিয়ালকে বেলেগে-বেলেগে ৰান্ধি-বাঢ়ি খাবলৈ দিয়া হৈছিল। এতিয়া ইংৰাজে সেই নিয়ম উঠাই দিলে। সৰ্ব্বসাধাৰণে খাটাংকৈ বিশ্বাস কৰিলে যে আগলৈ ফাটেকত নীচ মানুহৰ হতুৱাই ভাত ৰন্ধোৱাই খুৱাব। এই বিশ্বাস গাৱেঁ-গাৱেঁ নগৰে-নগৰে গৈ গোটেই সমাজতে বিয়পি পৰিলগৈ। তলে-তলে বিদ্বেষৰ তুঁহজুই গপগপীয়াত পৰিণত হলগৈ। ধৰ্ম্মপ্ৰাণ হিন্দু জনসাধাৰণ জঁাক উঠিল।

বৃটিছে নৱাব-জমিদাৰ সকলৰ ভূ-স্বত্বৰ পৰীক্ষা কৰোৱালে। মাটিৰ খাজনা বঢ়ালে। আগেয়ে যি মাটিৰ যি খাজনা আছিল, নতুন জোখ কৰি বৃটিছ চৰকাৰে তাত অন্যায়কৈ খাজনা লগাবলৈ প্ৰস্তাৱ কৰিলে।

সামন্ত ৰজাসকলৰ লগত মিত্ৰতা বা তেওঁলোকক কৰতলীয়া কৰি তাত বৃটিছ বিষয়া সোমাই, সিবিলাকৰ ৰাজ্য বৃটিছৰ আহিত গঠন কৰিবলৈ ধৰিলে। এই আহি বৃটিছৰ নিমিত্তে ভাত-মাছ হৈছিল যদিও, ৰজা সকলৰ নিমিত্তে গলগ্ৰহ নোহোৱাকৈ নাছিল। ইয়াকে বৃটিছে শান্তি স্থাপন

কৰা নীতি বুলি কৈছিল। এই শান্তিকে গঁৰিলা লৈ, ইষ্ট ইণ্ডিয়া কম্পেনীয়ে জিলাৰ পিচত জিলা, দেশৰ পিচত দেশ জয় কৰি নিয়া বাবে ভাৰতবৰ্ষৰ মানুহে কম্পেনীৰ মানুহক খিয়াল নকৰি বা বাধা নিদি নোৱাৰিলে। খাজনা লগোৱা নতুন নিয়ম প্ৰৱৰ্ত্তন কৰা দেখি, দেশীয় ৰজা সকলৰো মনত অসন্তোষৰ সৃষ্টি নোহোৱাকৈ নেথাকিল। মাটিৰ শস্য পৰীক্ষা নকৰি উমানতে ফৰ্ম্মুটি মাৰি ৰাজহ লগোৱাত সমূহ প্ৰজাৰ মন জ্বলি গল।

পুৰুষানুক্ৰমে চলি অহা অযোধ্যাৰ নৱাবক ভাঙি সেই প্ৰদেশ বৃটিছ-সাম্ৰাজ্যভুক্ত কৰা হল। নৱাবে যেতিয়া হাড়ে-মগজুৱে বুজিলে যে তেওঁ কেৱল ইংৰাজৰ হাতৰ পুতলা, তেতিয়া তেওঁ দিল্লীৰ ভগা-সম্ৰাটৰ লগত গোট হৈ বৃটিছৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিবলৈ ধৰিলে। সিপিনে নানাছাহিবৰ উঠিল মূৰ দাঙি। অযোধ্যাৰ নৱাবক বছৰি বাৰ লাখ টকা পেঞ্চন দিয়া হৈছিল। কিন্তু ৰাজ্য কাঢ়ি লোৱাৰ তুলনাত সেই দানৰ অনুগ্ৰহ ফুটুকাৰ ফেন যেন ভাবি, তেওঁ গ্ৰহণ নকৰিলে। মোগলৰ শেষ সম্ৰাট বাহাদুৰ শ্যাহৰ ৰাজধানী দিল্লীখন তুলি আনি, তাৰপৰা ৬৫ মাইল আঁতৰত বহুৱা হল আৰু তেওঁৰ পুতেকহঁতক সম্ৰাট উপাধি লোৱাৰ পৰা বঞ্চিত কৰা হল। মোগল সম্ৰাটৰ পক্ষে এনে অপমান আৰু আত্মগ্লানি অসহ্য হৈ উঠিল। ঠিক এনে সময়তে, অৰ্থাৎ ইং ১৮৫৬ চনত পাৰস্যই সন্ধি নমনা হল। সেই

কাৰণে, তালৈ ভাৰতৰ পৰা কিছুমান সৈন্য পঠাবলগীয়া হল। সেই সৈন্য গৈ বোম্বাইত খাপ দি থাকিলগৈ। ছেগ বুজি, বাহাদুৰ শ্যাহে জুম্মা মছিদত এই বুলি ফটোৱা জাৰি কৰিলে বোলে ভাৰতীয় লোকক সহায় কৰিবলৈ পাৰস্য সৈন্য এদল আহিছে। তাতে এইটোও কোৱা হল যে সম্প্ৰতি কোনো কোনো ঠাইত পাৰস্য সৈন্যৰ হাতত বৃটিছ সৈন্যই পৰাভৱ মানিছে। গতিকে, ইংৰাজক ছিটিকাত পেলাবলৈ ইয়াতকৈ আৰু সোণাময় ছেগ পোৱা টান।

পেছোৱাৰ শেষ ৰজা মহাৰাষ্ট্ৰ মুকুট নানা ফৰ্ণিৱেচ ছাহিবে, কেউফালৰ পৰা তেওঁৰ হাত-ভৰি বান্ধি অনা দেখি মুক্ত হোৱাৰ উপায় চিন্তিবলৈ ধৰিলে। পূৰ্ব্বৰ একৰাৰ মতে তেওঁ এটা পেঞ্চন পাব লাগিছিল। কিন্তু বৃদ্ধ পিতৃদেৱতাকৰ মৃত্যুৰ পিচত পেঞ্চন নোপোৱা দেখি তেওঁৰ মনত সংক্ৰামক ৰূপে অসন্তোষৰ বীজ জন্ম হল। আজিমুল্লা খান বুলি তেওঁৰ এজন বিশ্বস্ত বন্ধুক তেওঁ, চেৱাষ্টপল, ক্ৰীমিয়া আদি ঠাইলৈ সহায় বিচাৰি পঠিয়ালে। শ্ৰীমন্ত নানাছাহিব বৰ বুধিয়ক আৰু সলিসিয়ান মহাৰাষ্ট্ৰী। তেওঁ তলে-তলে বাহাদুৰ শ্যাহ, অযোধ্যাৰ নৱাৰ আৰু ভাৰতবৰ্ষৰ অন্যান্য ক্ষমতাপন্ন লোক সকললৈ চিঠি-পত্ৰ লেখি সকলোকে বৃটিছৰ বিৰুদ্ধে জঙ্গী কৰি তুলিলে।

ক্ৰমাৎ, ইংৰাজৰ উচ্ছেদ সাধনৰ নিমিত্তে এইবোৰ অসন্তোষ-অবিশ্বাসেই লঙ্কাদাহৰ অগ্নিত পৰিণত হলগৈ।

কাণপুৰ, ঝান্সি, মীৰাট, বাণাৰস, ইলাহাবাদ, বেহাৰত একোটা একোটা আগ্নেয়গিৰি প্ৰস্তুত হ'ল। চহৰী-দুখীয়া, নগৰীয়া-গাৱঁলীয়া, হুজুৰা-বিষয়া সকলোৰে মনত একেটি কথা খেলাবলৈ ধৰিলে—কেনেকৈ ভাৰত-ভূমিত স্বৰাজ আৰু স্বধৰ্ম্ম প্ৰতিষ্ঠা কৰা হয়, কেনেকৈ ভাৰতৰ পৰা ইংৰাজক খেদিব পাৰি। খেদিব লাগিব নিশ্চয়; কিন্তু কল-কৌশল, সুযোগ-সুবিধা, ভিন্-ভিন্ ভাবাপন্ন জনমত একে নহলেতো নোৱাৰি। গতিকেই, সকলোটি সুযোগলৈ প্ৰতীক্ষা কৰি ৰ'ল।

বৃটিছে দেশ দখল কৰি সৈন্য বিভাগৰ সৰহ ভাগকে ভাৰতীয় কৰি লৈছিল। তেওঁবিলাকৰ কাৰ্য্য পৰ্য্যবেক্ষণ কৰিবলৈ আৰু তেওঁবিলাকক আদেশ দিবলৈ ভাৰতীয় অধিনায়ক বা কাপ্তান নিয়োগ কৰা নহৈছিল। ফৌজ মাত্ৰেই ইংৰাজ সেনাপতিৰ দ্বাৰাইহে পৰিচালিত হৈছিল। বৰুৱা চিপাহীবিলাকক কামত সুমুৱাওঁতে তেওঁবিলাকৰ জাত-কুল সৰ্ব্বতোভাৱে ৰক্ষা কৰা হ'ব বুলি বৃটিছ কৰ্তৃপক্ষই প্ৰতিশ্ৰুতি দিয়া আছিল। তথাপি, কলিকতাৰ পৰা অলপ নিলগতে দমদমত যেতিয়া খাৰ-বাৰুদ আৰু টোটা-গুলীৰ শাল পাতিলে, তেতিয়া সেই প্ৰতিশ্ৰুতি দলিয়াই পেলাই বাৰুদৰ টোটাবোৰ গৰু-গাহৰিৰ চৰ্ব্বি মিহলাই কৰিবলৈ ললে। হিন্দু—মুছলমানক গৰু-গাহৰিৰ চৰ্ব্বি চেলেকাই খৃষ্টান গৱৰ্ণমেণ্টে এইদৰেই জাতি-কৃষ্টি মাৰিবলৈ কৰিছে

পাতিছিল। কুচ-কাৱাজ বা ঠেম কৰাৰ আগতে চিপাহী বিলাকে এই টোটাবোৰ দাঁতেৰে কামুৰি খাৰবোৰ উলিয়াই লব লাগিছিল। কিছুমান দিনলৈকে তেওঁবিলাকে নজনাকৈয়ে টোটা কামুৰি ঠেম কৰি আছিল। কিয়নো, টোটা কাৰখানাত কি নিয়মে টোটা তৈয়াৰ কৰা হয় তাৰ বৃজ তেওঁবিলাকে লবৰ আৱশ্যক নাছিল। পাপ কাম লুকাই থবৰ কাৰো শকতি নাই। এদিন এটা চিপাহীয়ে ভাত ৰান্ধিবলৈ যাওঁতে হাতত এলোটা পানী লৈ গৈছিল। এনেতে, এটা খেৰেচ মানুহে তাক, খাবলৈ পানী এটোপা খুজিলে। কিন্তু চিপাহী-টোৱে তাক পানী দিলে তাৰ জাত যাব বুলি কৈ পানী নিদিলে। তাতে, মানুহটোৱে হুমুনিয়াহ কাঢ়ি বৰ বেজাৰেৰে কৈ পেলালে বোলে, "তুমি জাতটোকে বৰ পালা। নমো নমো পাৰিজাত হৈ ফুৰিলে কি হব? আৰু দুদিন মান ৰ'ৰাঁ। গৰু-গাহৰিৰ চৰ্ব্বিত তিয়াই থোৱা বাৰুদৰ টোটা কামুৰিব লাগিব; তেতিয়া নো জাতটি ক'ত থ'বা?"

হেজাৰ মতভেদ হওক, আগন্তুক বিপদে যেনেকৈ সকলোকে মৈয়াই সমান কৰি পেলায়, এই জাতমৰা কথাষাৰেও তেনেকৈ শত ভেদাভেদ আঁতৰাই দুৰ্ব্বলী নিৰুৎসাহী জাত্যাভিমানী চিপাহীহঁতক সৱল, উৎসাহী আৰু সাম্যভাবৰ কৰি পেলালে। সিহঁতে প্ৰকাশ্যে ইং ১৮৫৭ চালৰ মাৰ্চ্চ মাহত ঘোষণা কৰি দিলে বোলে সিহঁতে আৰু সেই নতুন টোটা নাকামোৰে; অইন কি সেই টোটা ব্যৱহৃত হোৱা বন্দুকো

নচলায়। চাওঁতে চাওঁতে, কল্পনা কাৰ্য্যত পৰিণতেই হৈ গ'ল। বহৰমপুৰৰ ইংৰাজ অধিনায়ক আৰু বিষয়াবিলাকে চাঁচৰি কোবোৱা কথা কৈ চেঁচনি-বুজনি দি চাইছিলহি; কিন্তু চিপাহীহঁতে সেইবোৰ একোকে নেমানিলে। ২৯ মাৰ্চ্চৰ দিনা মঙ্গল পাঁড়ে বুলি এজন বিষম সাহসিক চিপাহীয়ে তেওঁৰ ফৌজৰ চাৰ্জেণ্ট জেনাৰেলক গুলী দি মাৰিয়েই পেলালে। দম্‌দমৰ ওচৰৰ বাৰাকপুৰৰ পৰাই এই বিদ্ৰোহৰ ফিৰিঙ্গতি বিদ্যুৎ সঞ্চাৰে গোটেই ভাৰতত উফৰি পৰিলগৈ। ইষ্ট ইণ্ডিয়া কম্পেনীৰ শাসন-প্ৰণালীৰ বিৰুদ্ধে, হৃত গৌৰৱ উদ্ধাৰ কৰিবলৈ চল চাই থকা বিচক্ষণ ভাৰতীয় সকলৰ অন্তৰত আগৰেপৰা যি কুৰা তুঁহ-জুই উমাই উমাই জ্বলি আছিল, মঙ্গল পাঁড়েৰ দেখাদেখি দুঃসাহসিক কাৰ্য্যই তাক ধমধমীয়াকৈ তুলি পেলালে। ভাৰতীয়ৰ এই মুক্তি স্পৃহাৰ লগত বৃটিছ কৰ্ত্তৃপক্ষৰ থৈয়া-নথৈয়া সংঘৰ্ষ আৰম্ভ হ'ল।

চাওঁতে চাওঁতেই লাখ-বিলাখ ভাৰত-সন্তান স্বাধীনতা সংগ্ৰামৰ অগ্নিকুণ্ডত জাপ দি পৰি গ'ল। ভীষ্মক নগৰৰ পৰা দ্বাৰকালৈকে, ব্ৰহ্মাৱৰ্ত্তৰপৰা দাক্ষিণাত্যলৈকে বিদ্ৰোহৰ অগনি জ্বলিবলৈ ধৰিলে। ভাৰত উদ্ধাৰৰ নিমিত্তে হিন্দু-মুছলমানৰ টোপাটোপ তেজ বৰষি গল। দিল্লী অৱৰোধ, পলাশীৰ প্ৰতিশোধ, কাণপুৰ আৰু চেকেণ্ডৰবাদৰ হত্যাত তেজৰ নৈ বৈ গ'ল। লাখ-বিলাখ ঢাল-তৰোৱাল

তোপ-খাণ্ডা, খণ্ড-বিখণ্ড হ'ল। হেজাৰ-বিজাৰ হাতী-ঘোৰা মৰা শ হৈ পৰি গল, দিল্লী, কাণপুৰ, বেৰিলী, জগদীশপুৰ ঝান্সিৰ সিংহাসন পুৰি চাই হল। সামৰিক বিষয়াই মুছলমান বিদ্রোহীক গাহৰি ছালেৰে সি গোটেই গা টোত গাহৰি চৰ্ব্বি সানি স্বাধীনতা প্রচেষ্টাৰ পোটক তুলিলে; হিন্দু বিদ্রোহীক জুমে-জুমে শাৰী পতাই থিয় কৰি লৈ এফালৰপৰা গুলী-য়াই হত্যা কৰি নিলে। য'ত যেনেকৈ ইংৰাজ বিষয়া বা বেপাৰী আছিল সকলোৰে মূৰত শনি চৰিবলৈ ধৰিলে। ফলত, ফিৰিঙ্গতিৰ পৰা খাণ্ডৱ দাহ হ'ল। খৃষ্টান ধৰ্ম্মৰ অনুমোদিত আইনৰ শাসন গুচি পশুতুল্য মানৱৰ ফাঁচীৰ শাসন হ'ল। এই শাসনৰ প্রতিৰোধ কৰিবলৈ গৈয়েই দুই লাখ মুক্তি যুজাৰু ভাৰতীয়ই অকাতৰে অকালতে তেওঁ-বিলাকৰ অমূল্য জীৱন আহুতি দিলে। স্বাধীনতাৰ নিমিত্তে এই যে দুই লাখ পুৰুষ-সিংহৰ আত্মোৎসৰ্গ, ইয়েই হৈছে বৃটিছ আমোলত ভাৰত-জোৰা স্বাধীনতাৰ প্ৰথম যুদ্ধ আৰু ইয়েই সংঘটিত হয় ইং ১৮৫৭ চালত।

ভাৰতৰ এক প্রান্তত থকা অসমেও তাত লাগসি খৰি নোযোগোৱাকৈ থকা নাছিল। স্বাধীনতা যুদ্ধৰ চিতাত উঠা দুই লাখ দধীচিৰ শিতানতে অসমীয়া দধীচি মণিৰাম-পিয়া-লীয়েও শিতান লৈছিল। দূৰত্বৰ প্রতিবন্ধক থাকিলেও, আৰু সাম্রাজ্যভুক্তিত কালৰ ন্যূনতা হ'লেও, বৃটিছ গৱৰ্ণমেণ্টে সদৌ হিন্দুস্থানতকৈ অসমৰ ভিত্তিত দাসত্বৰ জিঞ্জিৰি

পিন্ধাবলে অতিশয় ক্ষিপ্ৰতাৰে কূটস্থালি নীতি প্ৰৱৰ্ত্তন কৰিছিল। ইয়াকে ধ্বংস কৰিবলৈ কাছি পাৰি ওলাইছিল মণিৰাম দেৱান। তাৰ বাবেই তেওঁ পালে বৃটিছৰ পুৰস্কাৰ-চিহ্নিত চিপজৰী। মণিৰাম দেৱানৰ ফাঁচী হোৱা মানেই '৫৭ ছালৰ স্বাধীনতা যুদ্ধ। '৫৭ ছালৰ স্বাধীনতা যুদ্ধ মানেই মণিৰাম দেৱান আৰু পিয়ালী বৰুৱাৰ ফাঁচী।

—দুই—

অসমলৈ আহি বৃটিছে নো নকৰিলে কি? —১৮২৪ চনত দেশ জয় কৰিবলৈ অহা নাই বুলি কৈও, দেশত খোপনি পুতি ললে; আমাৰ ৰজাৰ হাততে দেশৰ ভাৰ দিম বুলি কৈ, ভুৰুকিয়াই ভুৰুকিয়াই আমাৰ দেশত বৃটিছ-শাসনৰ ৰবতি মেলিলে; পৰ্ব্বতৰ দাঁতিয়ে-দাঁতিয়ে চাহবাৰী পাতি ইংৰাজৰ উপনিবেশ স্থাপন কৰিলে; আগতকৈ মাটি-বাৰীৰ খাজনা বঢ়ালে; হাট-ঘাটত কৰ লগালে; ৰিকিৰা পুৰি খাবপৰা কানি বৰ বিহ উলিয়াই দি অসমীয়াৰ পিত মাৰিলে; আদালতৰ বিচাৰত ভেকোভাৱনাৰ সৃষ্টি কৰিলে; বাৰেওটিকাল মিলি জুলি থকা পৰ্ব্বতীয়া মানুহবিলাকৰ লগত ভৈয়ামৰ মানুহেৰে কাজিয়া লগালে। ৰজাদিনীয়া মৈদামবোৰ খনাই তাত থকা ৰাজ অস্থিৰ জাত মাৰিলে; খৃষ্টানধৰ্ম্ম প্ৰচাৰ কৰিবলৈ ঠায়ে-ঠায়ে পাদুৰী পঠিয়ালে আৰু সেই পাদুৰীক শই শই টকা দি সহায় কৰিলে। এটা অসমীয়া ভাষাৰ ঠাইত বাৰবুৰি ভাষাৰ সৃষ্টি কৰিলে। পুৰন্দৰ সিংহক সম্পদৰ সময়ত সহায় নিদিলে; অথচ বিপদৰ সময়ত টেটুত গচক মাৰি দিয়া-ৰাজ্যও কাঢ়ি নিলে। ২৫ বছৰৰ ভিতৰতে অসমীয়া মানুহে দেখিবলৈ পালে যে বৃটিছৰ শাসনত সোণৰ সঁফুৰা অসম দেশ গুচি লাও-টোকাৰি লোৱা দিগম্বৰৰ দেশ হ'ল; শস্য-মৎস্যৰে অনুপম নদন-বদন ৰাজ্য গুচি বাঘ-ভালুক

ভৰা অটব্য-অৰণ্য হল ; বৃটিছ ছত্ৰৰ চাঁয়া বুলি অসমীয়া মানুহ বনৰজাৰ বৰ পেটত সোমালগৈ। মূঠৰ ওপৰতে, লু-লু চু-চুকৈ সোমাই, বৃটিছ জাতিয়ে সকলো ফালৰপৰা আমাৰ আৰ্থিক, নৈতিক আৰু ৰাজনৈতিক তেজ শুহিবলৈ লাগিল।

বাৰাকপুৰত বৃটিছ বিদ্ৰোহৰ ফিৰিঙ্গতি ওফৰাৰ চাৰি বছৰৰ আগতে, অসমীয়া প্ৰজাৰ হৈ মণিৰাম দেৱানে ব্যক্ত কৰিলে যে আমাৰ দেশত নিজৰ ৰজা লাগে অৰ্থাৎ স্বৰাজ লাগে আৰু স্বধৰ্ম্ম ৰক্ষা হব লাগে। আৰু সেইখিনি কাম নিযাৰিকৈ সম্পাদন কৰিবলৈ সন্থহতে বৃটিছে প্ৰভুত্বৰ হাত প্ৰত্যাহাৰ কৰিব লাগে। পৰাধীন জন্মভূমিক উদ্ধাৰ কৰাৰ যি ভাব ফেনে ফোটোকাৰে আৰু সাপৰ নেগুৰ ছিগা সে াতেৰে গোটেই ভাৰতত ১৭৭৯ শকত উটি-বুৰি গৈছিল। সেইভাব ১৭৭৫ শকৰ বহাগতে মণিৰাম দেৱানৰ অন্তৰৰ পৰা গুজৰি গুমৰি বাহিৰ হৈছিল। ২৯ বছৰে, বৃটিছৰ লগত সঙ্গ কৰি তেওঁ দেখিলে যে বৃটিছৰ নিৰ্ব্বন্ধ ছাইৰ আলি। অসমত প্ৰৱেশ কৰাৰ পৰা ফিৰিঙ্গীহঁতে সুশাসনৰ নামত কৰা কু-কামৰ অন্ত নাই ; আৰু সেইবোৰ তেওঁ স্বচক্ষেই দেখি আহিছে। তথাপ, তাৰ প্ৰতিকাৰ কৰিবলৈ শক্তিয়ে আঁটা নাছিল। কিন্তু, ওন্দোলাই অনা ডাৱৰৰ মাজত বৰষুণ সোমাই থকা দি, বৃটিছ শাসনৰ প্ৰতি তেওঁৰ অন্তৰত কক্ষা, কুষাৰি আৰু অসন্তোষ সঞ্চিত হৈ আছিল—কোন সময়ত বৰষিব তাৰ হে মাথোন একো ঠিকনা নাছিল।

পৰ্ব্বতীয়া ভাইসকলৰ মাজত ফৌজ মেলি পৰ্ব্বত-ভৈয়ামৰ মিত্ৰতা ক্ষুণ্ণ কৰাত আমাৰ মনত কেনে বিষণ্ণ ভাবে দেখা দিছিল আৰু স্বধৰ্ম্মৰ অভিভাৱকসকলক কেনেকৈ অপদস্থ কৰা হৈছিল তাক দেৱানে ইং ১৮৫৩ চনতে মিলছৰ আগত দেখুৱাই দিছিল।

"স্বৰ্গদেৱসকলৰ দিনত নগা-ডফলা-আবৰ-মিছিমি. চিংফৌ খামটি, ভোট-গাৰো, মিৰি-নৰা, মিকিৰ-লালুং, দুৱৰীয়া-ফাঁকিয়াল আদি দাঁতি-কাষৰীয়া পৰ্ব্বতীয়া জাতি-ভাইবিলাকক মিত্ৰভাৱে ৰখা হৈছিল। আৰু গোটেই দেশখন নটা ফৌজেৰেই শাসন কৰা হৈছিল। তদুপৰি সকলো শ্ৰেণীৰ সন্ত-মহন্তসকলক হেঁপাহ পলুৱাকৈ পোহপাল দিয়া হৈছিল। সময়ে সময়ে, পূজা-উৎসৱ কৰোৱা হৈছিল। দৌল-দেৱালয়বিলাকত নিৰ্দ্ধাৰিত সময়ত পূজা-পাটল আৰু বলি-বাহন দিয়া হৈছিল। অকল সেয়ে নহয়, পূৰ্ব্বৰ ৰজাসকলে এই আটাই-বিলাক ব্যয়ভাৰ গ্ৰহণ কৰিও ৰাজপৰিয়ালক ভৰণ-পোষণ দিছিল। কিন্তু, বৰ্ত্তমান কোম্পানীৰ দিনত, পূৰ্ব্বে একেলেঠাৰিয়ে ছশ বছৰকৈ ৰজা-ঘৰৰপৰা নিষ্কৰ মাটি-বৃত্তি উপভোগ কৰি থকা, নাইবা, কৰ-কাটলৰ পৰা ৰেহাই পাই থকা সকলৰ পৰাও কৰ গ্ৰহণ কৰি, আবৰ বিলাককো

> হাট-ঘাটত কাটল দিবলৈ বাধ্য কৰাই আগতকৈ চাৰিগুণ কৰ বৃদ্ধি কৰা হৈছে। তথাপি এই ২৯ বছৰে চৰকাৰে দেশৰ পৰা যথেষ্ট লাভ বা উপকাৰ পোৱা নাই! এই বিষয়ে প্ৰকৃতপক্ষে আচৰিত হবলগীয়া।"

বৃটিছৰ শাসন নহয় যেনিবা, ঢেকীয়াপতীয়া বাঘৰ হে শাসন। অসম দেশখন সেই ঢেকীয়াপতীয়া বাঘৰ পেটত কেনেকৈ সোমাইছিল তাক চৌকস্ বুদ্ধিৰ মণিৰামেই মনৰ অসন্তোষ হেঁচা মাৰি থৈ কেনে মিহি ভাষাৰে দাঙি ধৰিছিল! তেওঁ কৈছিল,

> "মিষ্টৰ ডেভিদ স্কটৰ পাছত, গোৰা চিপাহীবিলাকৰ মতানুযায়ী মিঃ ৰবাৰ্টছনৰ ওপৰত দেশ শাসনৰ ভাৰ দিয়া হল। স্কট চাহাব কিন্তু এই মতৰ পক্ষপাতী নাছিল। সি যিকি নহওক, মিঃ ৰবাৰ্টছনে দেশ শাসনৰ ভাৰ লৈয়েই দেশৰ দৰিদ্ৰতালৈ নেচাই, জমা বন্দবস্তীৰ প্ৰৱৰ্ত্তন কৰে। তথাপি দেশত বেমেজালি ঘটিবৰ সময়ত সূক্ষ্ম অনুসন্ধান কৰা হলে, চৰকাৰে দেখিবলৈ পালেহেঁতেন যে যি পক্ষৰ গাত বেমেজালিৰ দোষ আৰোপণ কৰা হৈছে সেই পক্ষৰ গাত সমূলি দোষ নাই। কিয়নো, বৰ্ত্তমান ৰাজ্য চলোৱাৰ পৰা বছৰি যি আয়-ব্যয় হৈছে তাৰ বিচাৰ কৰি চালে দেখা যায় যে নানান্

শ্ৰেণীৰ পদ-মৰ্য্যাদাবিহীন সৰু সুৰা সন্ত-মহন্তসকলক চৰকাৰী মাটি-বৃত্তিৰপৰা বঞ্চিত কৰি ৰাখিও ৰাজ্যৰ যি আয় কৰা হৈছে তাৰেই লাভ নৰখাকৈ যথেষ্ট ৰূপে দেশ শাসনৰ খৰচ বহন কৰিব পৰা হয়।

ধৰ্ম্মাৱতাৰ হুজুৰ! আমি যেনিবা বৰ্ত্তমান ঢেকীয়াপতীয়া বাঘৰ পেটতহে সোমাই আছোঁহঁক। আমাৰ দুৰ্দ্দশাৰ দ্বাৰাই চৰকাৰ বাহাদুৰৰ কিবা উপকাৰ হলে আমি অৱশ্যে, সন্তোষ পামহঁক। কিন্তু, প্ৰকৃতপক্ষে, ইয়াৰ দ্বাৰাই না শাসিতৰ, না শাসকৰ, কাৰো উপকাৰ হোৱা দেখা নাই দেখোন! এৱমানুক্ৰমেই যদি দেশৰ কাৰ্য্য-প্ৰণালী চলি থাকে তেন্তে ভৱিষ্যতে যে আমাৰ কিবা মঙ্গল হ'ব তাক আমি কেতিয়াও আশা কৰিব নোৱাৰোহঁক।"

স্বৰাজ প্ৰতিষ্ঠাৰ নিমিত্তে অনতিপলমেই যে প্ৰচলিত শাসন পদ্ধতিৰ বিৰুদ্ধে বিদ্ৰোহৰ বিজুলী-ঢেৰেকনি মৰা হ'ব তাৰো আভাস দেৱানে এই কেই শাৰী কথাতেই উন্মুকিয়াই থৈছিল :—

"বাদ-বিসম্বাদৰ আগন্তুক থাকিলেও শাস্ত্ৰমতে ৰজাই প্ৰজাক ন্যায়-ধৰ্ম্মমতে পালন কৰিব লাগে। কিন্তু, এতিয়া, সেইৰূপে নকৰি তাৰ বিপৰীত পন্থাহে অৱলম্বন কৰা হৈছে। এই অন্যায় আৰু কৰ্ত্তব্য লঙ্ঘনৰ বাবে এসময়ত নহয় এমসয়ত সমুচিত পুৰ-

স্কাৰ পাব। সেই দোখ, আমি বিনীতভাৱে জনাব খোজোহঁক যে উপযুক্ত অনুসন্ধান আৰু বাহুত বিবেচনা কাৰ পুনৰ অসম ৰজাকে এই দেশ চলাবলৈ দি পূৰ্ব্বৰ ৰীতি-নীতি ধাৰা-বিধিবিলাকৰ পুনৰ প্ৰচলন কৰে যেন।"

অসন্তোষৰ উকা সত্য কথা কেইটা প্ৰাঞ্জল ভাষাৰে প্ৰকাশ কৰা বাবেই সদৰ দেৱানী আৰু নিজামত আদালতৰ বিচাৰ কৰ্ত্তা মফট মিলছৰ মূৰ্দ্ধস্ফট হৈ গল। বৃটিছ শাসনৰ স্বৰূপ প্ৰদৰ্শন কৰি তেওঁ এনে এটা মন্তব্য প্ৰকাশ কৰিলে যে বৃটিছৰ নামত যি কূটা এডালো জুইত দিদিয়ে তেনে এজন আছোক ছাৰি, বৃটিছক স্তুতিবন্দনা কৰি থকা জনবো গাৰ নোম ডালি ডালি হব। মিলছে লিখিলে— মণি-ৰাম দত্ত বৰভণ্ডাৰ বৰুৱা দেৱানৰ নিচিনা কূটশাল, ফন্দীয়ক, অসন্তুষীয়া মানুহৰ হে এইবোৰ কাৰচাজি। ইতৰ মানুহে এইবোৰ কথাৰ ভুকে নেপায়। ৰজা আৰু ৰাইজৰ হৈ মণিৰামে দাখিল কৰা আৰ্জ্জিৰ প্ৰতি যেন গৱৰ্ণমেণ্টে কোনো ভ্ৰূক্ষেপকে নকৰে।

দায়িত্বশীল বৃটিছ কৰ্ত্তৃপক্ষ জনৰ অপ্ৰত্যাশিত অভিমতে মণিৰামৰ অন্তৰত উমাই থকা স্বাধীনতাৰ তুঁহ জুইকুৰাত ঘিউহে ঢালি দলে। তথাপি ধৈৰ্য্য ধৰি, কলিকতালৈ গৈ গৱৰ্ণৰ জেনেৰেলৰ ওচৰত স্বৰাজ্য আৰু স্বধৰ্ম্ম প্ৰতিষ্ঠাৰ বাবে দাবী জনালেগৈ। একে গছৰে পাণ,

সি কি হ'ব আন ? তাতো তেওঁৰ সকলো চেষ্টা-প্ৰচেষ্টা, দাবী-প্ৰাৰ্থনা নিষ্ফল হল। তেতিয়ালৈকে, পাকে-প্ৰকাৰে লুপ্ত স্বাধীনতা ঘূৰাই আনিবলৈ মণিৰামে বুটিছৰ নিয়মতান্ত্ৰি-কতাকে আশ্ৰয় লৈ আছিল। কিন্তু সিও যেতিয়া অৱশেষত ব্যৰ্থ হল, তেওঁৰ আজীৱন প্ৰাণপৰিশ্ৰমে ঠেঁচা দি থোৱা ইপ্সিত আকাঙ্ক্ষাই প্ৰত্যক্ষ সংগ্ৰামৰ বাহিৰে অন্য উপায় আৰু বিচাৰি নোপোৱা হল।

## —তিনি—

তোতয়া মণিৰাম দেৱান আছিল চিৎপুৰ ৰাজৰ লাটু বাবুৰ (প্ৰমথনাথ দেৱ) ঘৰত। লাহে লাহে, তেওঁৰ মান-সম্ভ্ৰম, বুদ্ধি-প্ৰতিভা আৰু নেতৃত্বৰ মৌলি কলিকতাৰ চৌ-পাশে প্ৰতিভাত হবলৈ ধৰিলে। ঠিক সেই সময়তে, ভাৰত জুৰি স্বাধীনতাৰ ঘমঘণ্টা লাগিছে। উত্তৰ ভাৰতৰ ভালেমান ঠাইত বৃটিছৰ খাজনা গেৰাজ দখল কৰা, বৃটিছে আটককৈ থোৱা বন্দীবোৰ মুকলিকৈ দিয়া, অহা-যোৱা বাটবোৰ কাটি-ছিঙি খয়ঙ্কৰ কৰা, যেনিয়ে-তেনিয়ে বৃটিছক ঠেকত পেলোৱা— এইবোৰ খাতৰি আহি কলিকতাখন তল-ওপৰ লগাই আছে। দিল্লীৰ সম্ৰাটে ৰজা-জমিদাৰলৈ পঠিওৱা গোহাৰি পত্ৰখনে চিৎপুৰৰ নৱাবৰ তোলত আৰু তাৰ দাঁতিয়ে-কাষৰে থকা জমিদাৰৰ ঘৰত গুপ্ত আলোচনাৰ বিষয় হৈ পৰিছে। গোহাৰি পত্ৰত আছিল,

> "যেনেতেনে মতে হিন্দুস্থানৰপৰা ফিৰিঙ্গীবোৰক খেদিবই লাগিব। প্ৰাণ যায়ও যাওক, তথাপি খেদিব লাগিব। সদৌ হিন্দুস্থান স্বাধীন হওক— এয়ে মোৰ প্ৰাণৰ বাঞ্ছা। কিন্তু, এই বিদ্ৰোহৰ যুদ্ধত আমাক ভাল মানুহ লাগিব। এনে মানুহ লাগিব যি বাৰ বেৰেঙীয়া মানুহ গোটাই এক কৰিব পাৰিব; যি সকলোৰে দায়িত্বভাৰ গ্ৰহণ কৰিবলৈ হাঁকি ওলাব পাৰিব আৰু যি সকলোকে

বিদ্রোহৰ ভাবত মতলীয়া কৰিব পাৰিব। ফিৰঙ্গী বোৰক খেদাব পাৰিলে, মইও হিন্দুস্থানৰ পাটশ্যাহ হৈ নেথাকোঁ। তেতিয়া ৰজা নৱাব সকলোৱে গোট খাই নিজ ইচ্ছামতে দেশ শাসন কৰিব পাৰিব।”

বেৰিলীৰ নৱাব খান বাহাদুৰ খাঁই জাৰি কৰা ঘোষণা-পত্র বা ফটোৱাও বিদ্রোহৰ “ভাটে” (দূত) দেৱানৰ হাতত দিলেহি। তাত আছিল,

“হিন্দুস্থানত থকা ফিৰিঙ্গীবোৰক মাৰিবলৈ হিন্দু ৰজা জমিদাৰে যদি মদত দিয়ে, মছলমানেও গৰু কোৰ্ব্বাণী কৰিবলৈ এৰি দিব। হিন্দুৱে এই কামত যোগ দিলে, গৰুকো মছলমানে গাহৰি বুলি পৰিত্যাগ কৰিব — — —।”

ইয়াৰ উপৰিও, নানাছাহিব, টাঁটীয়া টুপী, কুমৰ্ সিং, আহমদ চাহ আদি “বিদ্রোহৰ” ঘাই ধৰণীসকলে সদৌ ভাৰতত ৰাষ্ট্র কৰা তেজ উতলোৱা বাণীবো ধ্বনি-প্রতিধ্বনি হৈয়ে আছিল।

এইবোৰ ঘঞ্চাল বাতৰিয়ে মৰিণামৰ বিপ্লৱী ভাবধাৰাৰ ওপৰত উজান-ভাটী লগাবলৈ ধৰিলে। বিজুলী ছাটিৰ দৰে তেওঁৰ মনত নেখেলোৱাকৈ নেথাকিল যে দাসত্বৰ শিকলি ছিঙিবলৈ হলে সস্তীয়া আবেদন-নিবেদনে একো গুণ নিদিয়ে; কঠোৰ ত্যাগ আৰু একতা নহলে দেশ কেতিয়াও স্বাধীন নহয়। আমাৰ ভৌগোলিক অৱস্থানত অসমীয়া ডা-ডাঙৰীয়া সকলৰ মনোভাব, স্বৰ্গদেৱ পুৰন্দৰ সিংহৰ দিনৰপৰা কন্দৰ্পেশ্বৰ

সিংহৰ দিনলৈকে ৰজা-প্ৰজাৰ লালী নিছিগা লাঞ্ছনা—এই আটাইবোৰ কথা, এটি-এটিকৈ তেওঁৰ মনলৈ. তেতিয়া নহাটো অস্বাভাৱিক।

তেতিয়া অসম দেশ ইষ্ট ইণ্ডিয়া কম্পেনীৰ কেন্দ্ৰ ঠাই কলিকতাৰপৰা বহুত দূৰৈত। ৰেল নাই, জাহাজ নাই, অহা যোৱা-বাটো দুৰ্গম। কলিকতাৰপৰা খেদা মাৰি সতকাই অসম পোৱাও নিচেই উজু কাম নহয়। অসমৰ বাহুত থকা পৰ্ব্বতীয়া জাতিবিলাকো ক্ৰমাৎ বৃটিছৰ অসন্তোষ হৈ পৰিছে—চল পালে, তেওঁবিলাকেও ছাহাবক শিশুপাল খেদা দিবলৈ হুমিয়াই আছে। বঙ্গদেশৰ নিচিনা এখন ডাঙৰ দেশতো পল্টনীয়া ছাহাব আছে মুঠেই ২৪০০।

স্বাধীনতা সংগ্ৰামত লিপ্ত থকা চিপাহীবিলাকৰ অঙ্গহী-বঙহী দেশীয় চিপাহী আছে ২৯,০০০। কলিকতাত থকা গোৰা পনল্টটোও ভাৰতৰ অন্য ঠাইত আবদ্ধ আছে গৈ। ইয়াৰ বাহিৰেও, কলিকতাৰ সন্নিকটত ফিৰিঙ্গী চিপাহীও এটিয়েই নাই। কলিকতাৰপৰা ৩৮০ মাইল দূৰৈত দানাপুৰত মাথোন এটি গোৰা পল্টন আছে—যি তাত থকা চাৰিটা দেশীয় পল্টন এৰি অইন ঠাইলৈ যাবই নোৱাৰে।

অসমত থকা ফিৰিঙ্গীৰ সংখ্যাও আঙুলিৰ আগত লেখিব পৰা। ডিব্ৰুগড়ত যি ৩টা দেছুৱালী পল্টন আছে, তাৰ চিপাহীবোৰ বিদ্ৰোহতোলা কুমৰ সিংহৰ ৰাজ্যৰ আৰু চাহা বাদ জিলাৰ। বন্দুকধাৰী পল্টন আছে মুঠেই এটা—তাৰো

আকৌ বস্তুতৰে গুৱাহাটীত থকা ২ নম্বৰি পল্টনৰ লগত নিকট সম্বন্ধ। গোলাঘাটৰ নোগোৰাত ( ন গোৰা ) 'ফাৰ্ষ্ট আসাম লাইট্ ইন্‌ফেন্টি্‌'ৰ যিটো পল্টন আছে তাৰো চিপাহী-বোৰে ফিৰিঙ্গী কৰ্ম্মচাৰীক চকু ঘোপাকৈ চায় বুলি "দুৰ্ণাম" চলি আছে।

পুৰন্দৰ সিংহৰ আমোলত থকা ৫০০ জন অসমীয়া ৰণুৱা চিপাহীও ৰজা ভগাৰ লগে লগে কাম নাইকিয়া হৈ বহি আছে।

তদুপৰি, ছশ বছৰলৈ নিৰ্ব্বিবাদে ৰাজত্ব কৰোঁতা, সোণৰ জখলাৰে নামি অহা খুনলুং খুনলাইৰ বংশৰ এজন ডেকা সন্তান যোৰহাটত স্বয়ং বিদ্যমান। আৰু তেওঁৰ মান-মৰ্য্যাদা ৰক্ষা কৰিবলৈ অমাত্যবৰ্গ আৰু সৰহ ভাগটি অসমীয়া প্ৰজাৰ ঐকান্তিক আগ্ৰহ।

উল্লিখিত সুৱৰ্ণ সুযোগৰ সন্ধিক্ষণতে অসম-ৰজাৰ উঁৱলি যোৱা কাৰেং ঘৰটো নিৰ্ম্মাণ কৰিবলৈ অৰ্থাৎ স্বধৰ্ম্ম আৰু স্বৰাজ্য স্থাপন কৰিবলৈ বুৰঞ্জীত বিৰেকিত মণিৰামৰ থৌকি-বাথৌ হৈ থকা অন্তৰত স্বাধীনতাৰ উজ্জ্বল বিজুলী ছাটিয়ে দেখা দিলেহি। জীৱনত ছেগ এবাৰহে আহে। সেই কাৰণে, মণিৰাম দেৱান বৰভণ্ডাৰ বৰুৱাই তাৰ আগ চুলিত ধৰি, গজলীয়া ডেকা কন্দৰ্পেশ্বৰ সিংহ সমন্বিতে পাত্ৰ-মন্ত্ৰী, ডা-ডাঙৰীয়া সকলোটিকে নিজৰ নিজৰ কৰ্ত্তব্য সম্পাদন কৰিবলৈ হেঁচুকি তুলিলে।

হিন্দুস্থানত হোৱা চিপাহীৰ বিদ্ৰোহ আৰু ৰাজন্যবৰ্গৰ স্বাধীনতা-সংগ্ৰামৰ কথা তেওঁ কলিকতাৰপৰা ৰজা আৰু বিষয়া সকললৈ লিখিবলৈ ধৰিলে। মধুৰাম কোঁচ, পিয়ালী বৰুৱা, মায়াৰাম ৰবৰৰা, চিত্ৰসেন ৰবৰৰা, গণেশ চন্দ্ৰ বৰুৱা, মৰঙ্গীখোৱা গোহাঁই আদি মুখীয়াল মুখীয়াল লোক সকললৈ গাই গুটীয়াকৈও একোখন একোখন চিঠি দিছিল। মধুৰাম কোঁচে "আসাম চাহ কোম্পানীৰ" ঠিকাদাৰবিলাকক তেওঁবিলাকে কোম্পানীত কাম নকৰাবলৈ পতি-পতিকৈ বুজাই দিলে।

সকলো চিঠি-পত্ৰ আৰু গুপ্ত পৰামৰ্শৰ ঘাই কেন্দ্ৰ হল পিয়ালী বৰুৱা। তেওঁৰেই চিঠি-পত্ৰ বিলাই, দিহা-বুদ্ধি দি জন্মভূমি উদ্ধাৰ কৰিবলৈ সকলোৰে আগ্ৰহ বঢ়াই দিছিল, আৰু তাৰ নিমিত্তে আৱশ্যকীয় সামগ্ৰীও সংগ্ৰহ কৰোৱাইছিল। মণিৰামৰ চিঠি-পত্ৰবোৰৰ মৰ্ম্ম আছিল :——

> বুটিছে পোন-প্ৰথমেই লাই খুটা পোতোতেই, গমধৰ কোঞৰ, ধনঞ্জয় গোহাঁই, পিয়লীয়া বৰফুকনে অসমৰ পৰা ফিৰিঙ্গীবোৰক কাটি-মাৰি খেদাব খুজিছিল। কিন্তু নোৱাৰিলে। সেইবুলি আমি হতাশ হোৱাৰ একো কাৰণ নাই। পিয়ালীহঁতে জয়পুৰৰ তৰা তলিত বিদ্ৰোহ তুলিছিল। আমাৰ ইতৰবন্ধ মানুহে সেই কথাৰ ফুটকে নেপালে। ফুট পোৱা হলেও আমাৰ মানুহে তেতিয়া গা-লাগি তাত যোগ

দিয়া উচিতো নাছিল। কাৰণ, সেই সময়টো বিদ্ৰোহ তোলাৰ সময় নহয়। মানক খেদি, ইংৰাজে আমাৰ দেশৰ ধাৰাবিধি আৰু ধৰ্ম্মশাস্ত্ৰ অনুসৰিয়েই দেশ চলাইছিল আৰু স্বৰ্গী মহাৰজাৰ বংশধৰ এজনকে সিংহাসনত বহুৱাবলৈ মনস্থ কৰিছিল। সেই সময়ত, সিহঁতে প্ৰতিশ্ৰুতি ভঙ্গ কৰাৰো একো লক্ষণ প্ৰকাশ পোৱা নাছিল। কিন্তু, এই ২০।২৫ বছৰে দেখিলোঁ হঁক— ইংৰাজে অসমৰ বাহিৰৰ মানুহ হিন্দুস্থানী বঙালীক লগত লৈ পাৰ্য্যমানে আমাৰ অনিষ্ট কৰিলে। জালিম সিং প্ৰাগদত্ত সিং আদি চুবেদাৰ নথকা হলে হৰনাথ-পিয়ালীক কেতিয়াও ধৰিব নোৱাৰিলেহেতেন আৰু পিয়ালীকো ফাঁচী দিব নোৱাৰিলেহেতেন। সিহঁত আমাৰ লগৰীয়া নোহোৱা বাবেই আমাৰ ৰজা পাতিবলৈ ওলোৱাবিলাকৰ ফাঁচী-কলিয়াপানী হ'ল। স্বৰ্গী মহাৰজাৰ দিনৰেপৰা আমাৰ দেশত বঙালক খিতাপি লবলৈ দিয়া নাই। গমধৰ পিয়লীয়াহঁতৰ সাহস আৰু তেজস্বিতাৰ কথা কোনে পাহৰিব ? দুখ লাগে, তেওঁবিলাকে সাহিৰ বাঁহ বুজিবে কাটিব নেজানিলে।

"কাৰ্য্যৰ বুজিবা ভাও
ছাগৰ পখালিবা পাও"

তেহে কাৰ্য্য সিদ্ধি হয়। আজি হিন্দুস্থানৰ ইমূৰৰপৰা সিমূৰলৈকে সকলোৱে ফিৰিঙ্গী খেদিবলৈ কাছি-পাৰি ওলাইছে। এতিয়া আৰু জালিম সিং—প্ৰাগদত্ত সিং আমাৰ শত্ৰু হব নোৱাৰে। কুমৰ সিঙৰ মাগুহে আমাক সহায় হে কৰিব। গতিকেই, আমি আৰু বহি থাকিবৰ সময় নহয়। অষ্টোত্তৰশত উৎপলেৰে ভগৱতীৰ পূজা কৰিব লাগিব। ৰক্তৰ উৎপল প্ৰশস্ত। হিন্দুস্থানত গোৰা পল্টন নায়েই। এই ফালে কলগছ হাউলি গৈছে, কাচিও চোকা হৈছে; আমাৰ ফালেও কাচি ধৰাই যুগুত কৰি ৰখা ভাল হব। এই ফালে ঘৰ ভাগিল, সেইফালে ঘৰ সজাবলৈ স্বৰ্গদেৱে গা দাঙক। হিন্দুস্থানী চিপাহীয়ে হিন্দুস্থান জয় কৰিলেই; ৰাজধানীও লওঁ-লওঁ।

"স্বধৰ্ম্মে নিধনং শ্ৰেয়
পৰধৰ্ম্ম ভয়াৱহ।"

এই ছেগতে, আমাৰ দেশৰপৰা ফিৰিঙ্গীহঁতক খেদাব নোৱাৰিলে কৰ্ত্তব্য লঙ্ঘনৰ মহাপাপে আমাক নিশ্চয় ৰৌৰৱ নৰকত পেলাব।

সম্পূৰ্ণ পৰাধীনতাৰ শিকলি পিন্ধিবৰ ছৱা শতাব্দীয়েই হোৱা নাই। সকলোৰে অন্তৰত তেতিয়াও স্বাধীনতাৰ তেজ উমি উমি তপত হৈয়ে আছে। ৰজাৰ ধাই মন্ত্ৰীৰ

পৰা আশা উৎসাহেৰে পাৰপূৰ্ণ চিঠিৰ উপৰি চিঠি পাই আহোম-বামুণ, কোঁচ-কলিতা, হিন্দু-মুছলমানৰ মুখীয়াল মুখীয়াল মানুহ গোট খাই ৰাতি ৰাতি কন্দৰ্পেশ্বৰ সিংহৰ কাৰেঙত বহি অসমৰ পৰা ইংৰাজ খেদোৱাৰ উপায় আলচ কৰিবলৈ ধৰিলে। নিতৌ নামগোৱা, দিহানাম, পালনাম, সবাহ, বৰসবাহ, ভাওনা-উৎসৱৰ আয়োজন হ'ল। শিৱসাগৰত চিৰস্তাদাৰ কাম কৰি থকা, নামতিয়াল কাকতীৰ ঘৰৰ ছত্ৰিৰাম বৰুৱাইও কাম ইস্তফা দিলে। তেওঁও ভগাৰজাৰ পাৰিষদৰ লগ লাগিলহি। ছুটীত থকা চিপাহীবোৰেও ৰজা-ঘৰৰ গুপুত মন্ত্ৰণাত ভাগ ললেহি। ডিব্ৰুগড়ত থকা হিন্দুস্থানী চিপাহীৰ চুবেদাৰজনেও সৰ্ব্বতোভাৱে ৰজাক সহায় কৰিবলৈ প্ৰতিশ্ৰুতি দিলে। যোৰহাটৰ পৰা দূৰৈত থকা ডিব্ৰুগড়-গোলাঘাট, নগাওঁ-গুৱাহাটীৰ ডাঙৰীয়াসকলেও সেই গুপুত মেলৰ কথা সমৰ্থন কৰিলে। পুৰন্দৰ সিংহৰ জোঁৱাই, ৰূপহী আইদেওৰ গিৰিয়েক মৰঙ্গীখোৱা গোহাঞি ডাঙৰীয়াই মৰঙ্গা অঞ্চলৰ পৰা মানুহ-দুনুহ গোটাবলৈ কঁকালত টঙালি বান্ধি ওলাল। নাজিৰাৰ "আসাম চাহ কম্পেনীত" ঠিকাদাৰ-বিলাকে "কাম নকৰাওঁ" বুলি ছাহাবক খোলাখুলিকৈ কৈ দিলে। চিপাহীবিলাকৰ নিমিত্তে চাউলপাত বৰছদ আদি সংগ্ৰহ হল। সকলো আয়োজন ঠিকঠাক কৰি মেলুৱাই ডাঙৰীয়াসকলে সিদ্ধান্ত কৰিলে যে ১৭৭৯ শকৰ মহামায়া পূজাৰ অষ্টমীৰ বৰবলি-দিনা ফিৰিঙ্গীবোৰক বলি দি মণিৰাম

দেৱানৰ সাক্ষাতে কন্দৰ্পেশ্বৰ সিংহক পাটত বহুৱাব লাগিব।

বোলে, বেৰৰো কাণ আছে। সেই কাণ এনেয়ে জড়া-ৱস্থাত থাকিলেও, দুৱাৰ মুখত শত্ৰু থাকিলে তাৰ শ্ৰৱণ শক্তি দহোগুণে বাঢ়ে। ৰজাঘৰৰ মেলৰ কথাই ওফন্দি ভীম্বাকাৰ হৈ গৱৰ্ণমেণ্টৰ দেশীয় অনুগত ভৃত্যসকলৰ কাণত প্ৰতিধ্বনিত হলগৈ। দেৱানে কলিকতাৰপৰা দিয়া চিঠিবোৰ বেলেগ বেলেগ হৰকৰাৰ হাতত দি পঠিয়াইছিল। সেই সময়ত, "বিদ্ৰোহী" চিঠি অনা-নিয়া কৰা হৰকৰা বিলাকক 'ভাট' বুলি কোৱা হৈছিল। ইহঁত প্ৰায়েই গুজৰাটী দেশৰ মানুহ আছিল। এনে এটা ভাটৰ হাততে মণিৰামে দিছে-কাণত থকা (যোৰহাটত) অসম-ৰজালৈ এখন চিঠি দিছিল। তেতিয়া, যোৰহাটত হৰনাথ পৰ্ব্বতীয়া বৰুৱা পুলিচৰ বৰ দাৰোগা; তেওঁৱেই অসীম ক্ষমতাপন্ন এক প্ৰকাৰ অসম-ৰজা। ভাট-হৰকৰাই ছাঁয়াৰূপী অসমৰজাক চিঠিখন দিবলৈ চিনি নেপাই প্ৰকৃত "অসম-ৰজাৰ" হাতত দি দিলে। হৰকৰাৰ চিঠি আহিছিল লাখুটিৰ ভিতৰত। লাখুটি ফালি চিঠি উলিয়াই দিলত পৰ্ব্বতীয়া বৰুৱাই চায় দেখোন—এই চিঠিত চহী নাই, লেখা আখৰবোৰ কিন্তু মণিৰাম দেৱানৰ; দিছে পিয়ালী বৰুৱালৈ অথচ বিযোগ আছে স্বৰ্গদেৱ কন্দৰ্পেশ্বৰ সিংহৰ। লেখা আছে —"হিন্দুস্থানত গোৰা পল্টন নায়েই।"

চিঠি পায়েই, পৰ্ব্বতীয়া বৰুৱাই ৰাতিয়েই হাতীত উঠি শিৱসাগৰলৈ চিতাপ মেলিলে। তেতিয়া শিৱসাগৰৰ প্ৰিঞ্চিপেল এচিষ্টেণ্ট কমিছনাৰ আছিল কৰ্ণেল চি, হলৰইড (Col. C. Holroyd)। হলৰইডৰ তাত আৰ্দ্দলী কাম কৰা শিৱসাগৰ বেতবাৰীৰ সাগৰ চুৰুৰীয়ে কয়, "তেতিয়া কেঁচুজ্ঞালি দিছে হে মাথোন। আমি শুই উঠিছিলোঁ। হে। ছাহাব উঠাই নাই। পৰ্ব্বতীয়া বৰুৱাই আমাক কলে, 'ছাহাবক কগৈ, যোৰহাটৰপৰা দাৰোগা দেউতা আহিছে' বুলি। আমি সেই কথা কোৱা মাত্ৰকে ছাহাব গিৰিস্ কৰে উঠি আহিল আৰু ফুচফুচাই কিবা কথা পাতি পৰ্ব্বতীয়া বৰুৱাক যাবলৈ ক'লে। পিছত শুনিলোঁ বোলে, মণিৰাম দেৱানে হেনো ৰজালৈ কিবা বিদ্ৰোহী কথা লেখিছে।" তাৰ পিছত সাগৰ চুৰুৰীয়ে কপালত থপৰিয়াই দুখ কৰি কয়, "অস্, অস্ মণিৰাম, তই আহোম-কুহুম এটা নেপালি! দেছুৱালী ভাটৰ হাতত হে চিঠি দিবলৈ পালি!"

এই ঘটনা হৈছিল ১৭৭৯ শকৰ শাওণ মাহত। শাওণ গল, ভাদ আহিল। ভাদৰো দিন উকলিবৰ হল। হলৰইড হৰনাথ আৰু হৰনাথৰ লগুৱা উমেদ মুঞ্চিয়ে দেৱানৰ চিঠিখনকে গইনা লৈ কেউফালে 'বিদ্ৰোহৰ' শুংসূত্ৰ বিচাৰিবলৈ ধৰিলে। পম খেদি-খেদি দাৰোগা আৰু লগুৱাজনে ভালেমানৰ ঘৰত ফিৰিঙ্গী মাৰিবলৈ উপক্ৰম কৰা ভালেমান চিঠি-পত্ৰ আৰু সঁজুলি হেৰা পালে।

যেই জগদীশপুৰ, চাহাবাদ আৰু আৰা জিল্লাত 'চিপাহী বিদ্রোহৰ' ঢক ফুটা শুনিলে, যেই জলপাইগুৰিৰ ৭৩ নম্বৰি পল্টনে বু-বু-বা-বা কৰিবলৈ ধৰিলে, যেই প্ৰয়াগ-কাণপুৰত ছাহাববিলাকক গৰু মৰিৱাদি মৰাৰ কথা ওলাল, যেই হিন্দু-মুছলমান লগলাগি ভাৰতত থকা ইংৰাজক সবংশে নিধন কৰিবলৈ প্ৰস্তুত হ'ল আৰু সেই হোৱাৰ বাতৰি আহি অসমৰ পৰ্ব্বতত ঠেকা খালেহি, সেই অসমত থকা পমুৱা. পাতুৰী ছাহাববিলাকক কেউফালৰপৰা হুই মাৰি খেদি নিয়া হ'ল। কোনো সোমাল গিৰ্জ্জা ঘৰত, কোনো পলাই গ'ল, কোনো নৈৰ মাজত নাৱতে থাকিলগৈ। কাৰো কিন্তু, প্ৰাণ বধ হ'বলৈ নেপালে। চৰ্কাৰী বৃটিছ-কৰ্ম্মচাৰী, চাহ বাগিচাৰ ছাহাব—এই সকলোটি গোট খাই স্বাধীনচিতীয়া অসমীয়া লালুকীবোৰক (তেওঁবিলাকৰ মানত) মাৰিবলৈ তপত পানীৰ ব্যৱস্থা কৰিলে।

দিনাপুৰীয়া আৰু জগদীশ পুৰীয়া চিপাহীহঁতে অনুসৰণ কৰা বাটেদি ডিব্রুগড়ত থকা পহিলা নম্বৰি দেছুৱালী (দেশ-ৱালী) পল্টনেও বাট বুলা দেখি, তাৰ কেপ্টেইন লুথাৰ (Capt. Lowther), বিৱাৰ (Bivar), হেনে (Hannay) ছাহাবে সিহঁতক বিদ্রোহী বুলি ধৰি ললেই। তদুপৰি, সিহঁত চাৰিং ৰজা কন্দৰ্পেশ্বৰৰ ঘৰলৈ মাজে মাজে আহি গৈ থাকে; গতিকেই সিহঁতে চাৰিং ৰজাক লুপ্ত-সিংহাসন উদ্ধাৰ কৰিবলৈ সকলো প্ৰকাৰ

সহায় কৰাৰপৰা কেতিয়াও বিৰত নেথাকে। সেই কাৰণে পল্টনটোক তৎক্ষণাৎ ঠান্-ঠান্ বান্-বান্ কৰি পেলালে। যিটো গুৰ্খা পল্টন আছিল, তাকে ইং ১৮৫৭ চনৰ চেপ্টেম্বৰ মাহত বজাৰ কাৰেং লুককিবলৈ কেপ্টেইন লুথাৰে যোৰহাটৰ ফালে চলাই লৈ আহিল। হলৰইড্ ছাহাবে লগুৱালিকচৌবোৰক গা ভাল নহয়, কোনেও তেওঁক দেখা কৰিব নেলাগে বুলি কৈ, শিৱসাগৰত থকা গুৰ্খা চিপাহীখিনিও মনে মনে লৈ সিহঁতৰ লগতে যোৰহাটমুৱা হল। যোৰহাট পাই ৰাতি দুপৰ নিশা কাৰেং অৱৰোধ কৰি, ১৭৭৯ শকৰ ভাদৰ ২৫ দিন যাওঁতে, বুধবাৰে চাৰিং-ৰজা কন্দৰ্পেশ্বৰ সিংহক আটক কৰি যোৰহাটৰপৰা আলিপুৰ জেললৈ পঠিয়ালে।

'চিপাহী বিদ্ৰোহ'—সংক্ৰান্তত কন্দৰ্পেশ্বৰ সিংহৰ কাৰেঙত হনা দিয়া আৰু তেওঁক 'বিদ্ৰোহী' বুলি বন্দী কৰা ঘটনা বোৰ বৰ্ণাই চাৰ্লছ বেলে (Charles Bell) তেওঁৰ 'চিপাহী বিদ্ৰোহৰ' বুৰঞ্জীত লিখিছে,

"১৮৫৭ সালৰ চেপ্তেম্বৰ মাহত বঙ্গদেশ পাৰ হৈ আসামৰ সীমাত চিপাহী বিদ্ৰোহৰ ঢক ফুটে। ইয়াত চাহখেতি হয়—এই কথাৰ বাহিৰে কোনো য়ুৰুপীয়ই এই দেশৰ বিষয়ে একো নেজানে। আসামত থকা পহিলা নম্বৰি আসাম ফৌজৰ দুভাগটি চিপাহীয়েই আৰা জিল্লাৰ পৰা অহা আৰু দিনাপুৰৰ বিদ্ৰোহী চিপাহীবোৰৰ লগা-ভগা। বাকীবোৰ

কোঞৰ সিংহৰ ৰাজ্যৰ। সেই দেখি, দিনাপুৰত বিদ্ৰোহ হোৱা মাত্ৰেই ডিব্ৰুগড়ত থকা পহিলা নম্বৰি আসাম ফৌজৰ মাজত সেই বাতৰি ওলালগৈ। সিহঁতে খোলা-খুলিকৈ দিনাপুৰৰ বিদ্ৰোহী চিপাহীৰ লগত যোগ দিলে আৰু ভগাৰজা পুৰন্দৰ সিংহক (?—কন্দৰ্পেশ্বৰ সিংহক) ইংৰাজৰ হাতৰপৰা আনি পূৰ্ব্বৰ ৰাজ্য দিওঁ বুলি তলে-তলে আশা দিলে। আৰু ইয়াকো ক'লে যে ৰজাই পুনৰ ৰাজ্য পাবলৈ হলে তেওঁ চিপাহীহঁতৰ গুৰি ধৰিব লাগিব। খৃষ্টানবোৰক লুটি-পুটি, কাটি-মাৰি খেদিবৰেই সিহঁতৰ উদ্দেশ্য আছিল। অকল সেয়ে নহয়, এই কাম হলে অৰ্থাৎ খেদা হ'লে সিহঁতে বঙ্গদেশৰ মিত্ৰবিলাকক সহায় কৰিবগৈ। লাহে-লাহে এই ষড়যন্ত্ৰৰ কথা ওলাই পৰাত বহুত ছাহাবে শিৱসাগৰৰ গিৰ্জ্জা-ঘৰত আশ্ৰয় ললেগৈ। সেই গিৰ্জ্জাত তেওঁবিলাকক খুৱাবলৈ যথেষ্ট সমল গোটাই থোৱা হৈছিল। তাতে, কলিকতাৰপৰা নতুন ফৌজ নগালৈকে সকলো ছাহাব সোমাই থাকিল। সেই সময়ত. মেজৰ হেনে ছাহাবৰ অধীনত থকা ডিব্ৰুগড়ৰ গুৰ্খা ফৌজটোহে মাত্ৰ ইংৰাজৰ মিত্ৰ হৈ আছিল। এনে বিপদ কালত, গৱৰ্ণমেণ্টৰ হাতত আসামলৈ পঠিয়াবলৈ কোনো যোদ্ধাক সৈন্য নথকাত বন্দুক চলাব জনা ১০০ ইংৰাজ নাৱৰীয়া-চিপাহীকে জাহাজত তুলি ব্ৰহ্মপুত্ৰইদি ডিব্ৰুগড়লৈ পঠিয়া হল—তাৰ কৰ্ত্তৃপক্ষ সকলে ইচ্ছানুযায়ী সিহঁতক যথোপযুক্ত কামত নিযুক্ত কৰিবলৈ।

কিন্তু, সেই ইংৰাজ নাৱৰীয়া পল্টনটো বাট ভুলকৈ ঢাকাত ওলালগৈ। ঢাকাত যেতিয়া সিহঁতক ডিব্রুগড়লৈ যাবলৈ কোৱা হ'ল সিহঁত নগল। তথাপি বহুত বড়াই-বুজাই কোৱাত ডিব্রুগড়লৈ যাবলৈ মান্তি হল।

ৰজা আৰু ষড়যন্ত্ৰকাৰীবোৰ ডিব্রুগড়ৰ ওচৰত থকা বাবে ঠাইডোখৰ জ'কি আছিল। সেই গুণে, তেওঁক ( ৰজাক ) তাৰপৰা নাতঁৰালে বিদ্রোহৰ জুই মুমুমাব যেন দেখি গুৰ্খা ফৌজৰ কাপ্টান লুথাৰক ( Capt. Lowther ) অইন এটা থানাই দি গৈ ৰজাক ধৰি চন্তৰী দি কলিকতালৈ পঠিয়াবলৈ আদেশ কৰা হ'ল। এই কাম স্থকলমেই কৰা হ'ল। ৰজাৰ কাৰেং ডিব্রুগড়ৰপৰা ভালেমান আঁতৰত। কাৰেঙৰ গিৰিহঁতে আকৌ ইংৰাজ-শাসনৰপৰা মুক্ত হবলৈ মনে-মনে পাং পাঁতি থাকোঁতেই কাপ্টান লুথাৰৰ নায়কত্বত এদল গুৰ্খা সৈন্য আও বাটে গৈ সেই কাৰেঙত ওলালগৈ। তেওঁবিলাকে সেইদিনা সাঁজ লগাৰ পৰা পিছদিনা থল পুৱালৈকে এছোৱা ডাবিতলীয়া পিতনিৰ ওপৰেদি, হাতীত উঠি, এছোৱা বাট কৃৰিবাই, এছোৱা নাৱত উঠি বহুত দূৰ আমনি লগা-বাট পাৰ হৈ ফৈহুজালি নৌ দিওঁতেই ৰাজকাৰেং ঘেৰাও কৰিলেগৈ'। তেতিয়া কাৰেঙৰ পালি-পহৰীয়া সকলো টোপনিত পৰি লাল-কাল। গুলী এজায়ো নমৰাকৈয়ে ৰজা-ৰাণী-ৰাজমাও আৰু লিগিৰা-পাৰিষদ সকলোকে অনায়াসে লুথাৰে বন্দী কৰিলে। কাৰেঙৰ ভিতৰত অস্ত্র-শস্ত্র, তোপ-বাৰুদ, চিঠি-পত্ৰ

যি আছিল, আটাইবোৰ উলিয়াই আনিলে। কাৰেঙৰ পদূলিত থকা গোলাঘৰটিও বাদ পৰা নাছিল—তাতো যি আছিল সোপাকে লৈ আহিল। এই দৰেই ৰজা আৰু ৰজাৰ সম্পত্তি, বস্ত্ৰ-আভৰণ সকলো আটক কৰি লৈ আহোঁতে ২০০০ (দুহেজাৰ) মান মানুহে মণি হেকৰা ফণীৰ দৰে খণ্ডে-বেজাৰে উদ্বাউল হৈ বন্দী-ৰজাৰ পাছে-পাছে হিয়ালি-জিয়ালিকৈ কান্দি আহিছিল। সিহঁতে আমাৰ ফৌজক একো বাধা দিয়া নাছিল। লুথাৰে জয়জয় ময়ময় হৈ নিশা দহ বজাত ঘাটত বান্ধিথোৱা নাৱত উঠিলহি আৰু দুখে-ভাগৰে অৱশ হৈ দুদিন মানৰ পাচতে ডিব্ৰুগড় পালেগৈ।”

কাপ্টান লুথাৰে কেনে চোৰাংকৈ ৰজাৰ কাৰেং অৱৰোধ কৰি অসমত উলমূলোৱা চিপাহী-বিদ্ৰোহৰ মূৰত বজ্ৰাঘাত পেলালে তাৰ কথা এখন চিঠিত লিখিছিল। একে কথাকে দোহৰা হয় যদিও, চিঠিখনৰপৰা বাছিবলগীয়া বিষয় কেইবাটাও আছে; সেই কাৰণে, বে'লৰ চিঁহাকে ইয়াতো উদ্ধৃত কৰা হল।

লুথাৰে লিখিছিল:—

ৰজাৰ কাৰেং পাই মোৰ চিপাহীবোৰক এনেভাৱে ভাগ—ভাগ হৈ জুম বান্ধিবলৈ ক'লোঁ। যাতে সিহঁতে কাৰেংটোৰ কেউপিনে কণামাকৰি এটাও সৰকিব নোৱাৰাকৈ পহৰা দি থাকে। মোৰ গা—চোৱাবীৰে সৈতে থাই জুম থাকিল ৰাজ-চ'ৰাৰ সমুখত; এজুম গল যাই ষড়যন্ত্ৰকাৰী

শিক্ষিত বঙালী জনক ( ? সম্ভৱ পিয়ালী বৰুৱা ) ধৰিবলৈ আৰু এজুম বস কাবেঙৰ পাছ ফালে—নগৰৰ খোৱাবস্তু অনা নিয়া কৰা বাট বন্ধ কৰিবলৈ। ইপিনে মোৰ বন্ধু দাৰোগা-জনে ( হৰনাথ পৰ্ব্বতীয়া বৰুৱা ) লগত এটা চিপাহী লৈ বগুৱা বাই—বাই কেইবাটাও খোঁটালী সোমাই ৰজাৰ শোৱনীঘৰৰ দাঁতি পালেগৈ। তাতে চেপেটা লাগি, পেট পেলাই পৰি থাকি মোৰ "গুলী চালাও" বোলা হুকুমলৈ বাট চাই ৰ'ল। এনেতে মন্ত্ৰীক ধৰিবলৈ পঠিওৱা চিপাহী জুম যোৱাৰ পিনে কুকুৰ এটাই ৰৌ-ৰৌ কৰে ভুকিৱাত ভাবিলোঁ—সময় আৰু নাই। এনেকৈ থাকিলে, জোৰ পুৰি হাত পাবহি। এই বুলি, তৎক্ষণাৎ কাবেঙৰ পদূলিত থকা চাওদাং—দুৱাৰৰ পিনে ঢাল ললোঁহক। মোৰ জুম চিপাহীয়েও মোৰ পাছ ললে। আমাৰ হুমগম্ শুনি চ'ৰাত শুই থকা চাওদাং—পৰীয়াই সাৰ পাই গা—মূৰি দি উঠোঁতেই খপ্ কৰে তাৰ টেটুটোত খামোচ মাৰি ধৰিলোঁ। ধৰা মাত্ৰকে, গুৰ্খা চিপাহী এটাই বন্দুক নেপাই তাৰ হাতত থকা কুন্দোৱা লাখুটি ডালেৰেই খেদা মাৰি আহিল। চাওদাংবোৰ পলাই ফৰিং—চিটিকা দিলে। আৰু এটা গুৰ্খাই সিহঁতক গুলীয়াওঁ বুলিছিল; কিন্তু এনে নিছলা মানুহক মৰিয়াই বা গুলীয়াই মৰাৰ পৰা একো লাভ নাই বুলি কৈ মাৰিবলৈ হাক দিয়াত সিহঁতে একো নকৰিলে। গোটেই ঘনতে হুৱাদুৱা লগাত আৰু তেতিয়াও এন্ধাৰ হৈ থকাত ভিতৰ সোমাবলৈ

বাট-পথ বিচাৰি পোৱা নগল। মোক বাট দেখুৱাই ফুৰা দাৰোগাজন আগে—পিছে ৰজাৰ কাৰেঙলৈ সোমাই, তাৰ তলা—নলা পাই থকা। অন্তেষপুৰত ক'ত কোন আছে আৰু কোন খোঁটালী কাৰ, সেই আটাইবোৰ তেওঁৰ চকুৰ আগতে আছিল। তেওঁ কাৰেঙলৈ সোমাই-মোক ৰজাৰ আগত ভেটালেগৈ। ৰজাৰ কাষ পাই চাওঁ দেখোন—ৰজাৰ বয়স নিচেই কম, তেনেই ল'ৰা। কিন্তু ল'ৰা হ'লে কি হ'ব ? লোকৰ অনিষ্ট কৰাত বুঢ়াকো যে ছেৰ পেলাব ! তেওঁক মোৰ আগত সৈমান হবলৈ ক'লত আৰু আমি ভিতৰ সোমাওঁ বুলি ক'লত তেওঁ সিংহ বিক্ৰমেৰে গৰ্জ্জি উঠিল; মোৰ মানুহবোৰক মাতি কাৰেঙত জুই দেহঁক বুলি যেতিয়া কলোঁ, তেতিয়াহে তৰ্জ্জন-গৰ্জ্জনে শাম কাটিছে। তাৰ পিছত, জেঙেৰা মাৰি মোৰ হাতলৈ তেওঁৰ হাতৰ হেংদানখন দি দিলে। এনেতে, সমুখৰ পিনে, হাঁয়-ঔ-ৰী-ঔ লগোৱা শুনিলোঁ। চাওঁ দেখোন—ৰাজমাও, পাটমাদৈ, কুঁৱৰী আদি ভিতৰত থকা তিৰোতাসকল সৈয়িন্দ্ৰী-লিগিৰীৰে-সৈতে সেই পিনে ওলাই গৈছে। তেনেতে সিবিলাকক‍ো ধৰাই অনালোঁ।

তাৰ পিছত, বৰ কষ্টে-মষ্টে, চাকি এটা অনাই তালকৈ কাৰেঙৰ ভিতৰখন চোৱা হল। ভিতৰখন ঘোপমৰা এন্ধাৰ। আৰু তাত ইমান গাপ উঠিছিল যে ৰজাৰ এনে 'অট্টালিকাত' সোমাই থাকিলে মৰিবলৈ আৰু সৰহপৰ নালাগিব। কেঁচুটে

চিঁ-চিঁওৰালৈকে বাহিৰতে বহি আছিলোঁ। বহুত বেলিৰ মূৰত, ভিতৰ সোমাই চিঠি-পত্ৰ আৰু ৰজাঘৰীয়া কাকত-পত্ৰ বিচৰা হ'ল। বিচাৰি বিচাৰি অপৰ্য্যাপ্ত সোণৰ কাঁহী-বাটি আৰু লডা-সোণেৰে ভৰি থকা বহুত পেৰা পালোঁ। সেই-বোৰেই ৰজাৰ সম্পত্তি। ইয়াৰ বাহিৰেও তাত কিছুমান কলাইখাৰ আৰু কেইটামান হিলৈ পালোঁ। তাৰে এটা হিলৈ ফৰাচী দেশত সজা। ৰজাৰ এই ভিতৰুৱা সম্পত্তিবোৰ লুকুকি আনি চিঠি-পত্ৰ বিচাৰি আৰু সেইবোৰ ইংৰাজীলৈ তৰ্জ্জমা কৰিয়েই ভালেখিনি সময় নিয়ালোঁ। তেতিয়াও ৰজাৰ মন্ত্ৰীজন ধোবাংজুৰি শুয়েই আছিল। সেইবাবে আবেলি আমি তেওঁৰ চ'বালৈ গলোঁহক। তেতিয়া ঘামত তিতি আমি ইমান জুকলি-জুপুৰি হৈছিলোহঁক যে বিচনী মৰোৱাইহে মন্ত্ৰীৰ ঘৰ তল্লাচ কৰিব পাৰিছিলোঁ। কিন্তু মন্ত্ৰীৰ ঘৰ তল্লাচৰ পৰা আমাৰ একো কাম নহ'ল। কিয়নো তেওঁলৈ যিবোৰ চিঠি-পত্ৰ দিয়া হৈছিল সেইবোৰ পঢ়ি অভাই ফালি বা পুৰি পেলাবলৈ সম্বাদদাতাই কোৱা বাবে আমি আটাই-বোৰ চিঠি নেপালোঁ। বেলি পৰিবৰ সময়ত, ৰজা আৰু অইন-অইন ডুজনমানক কইদ কৰি লৈ যি লেতেৰা বাটেদি বাতি তাত সোমাইছিলো সেই বাটেদিয়েই ওলাই আছিলোঁ। ডুংজোৰমান মছলমান প্ৰজাই সিহঁতৰ একমাত্ৰ ধৰণী ৰজাক বন্দী কৰি লৈ অহা দেখি খণ্ড-বিখে উঘাউল হৈ, বিদ্ৰোহৰ ঘাই ধৰণীৰ ভৰিত দীঘল দি পৰি কান্দি-কাটি

আমাৰ লগে লগে আহি আছিল। কিন্তু সিহঁতক আমি খেদাই পঠিয়ালোঁ।।”

কন্দৰ্পেশ্বৰ সিংহই ক’তো ইংৰাজৰ আধিপত্য অস্বীকাৰ কৰাৰ শুং-সূত্ৰ ওলোৱা নাই। ওলাব পাৰে যেন বুলি যিবা লুথাৰ-হলৰইড-হেনে চাহাবে কন্দৰ্পেশ্বৰৰ কাবেং লুকিলে, তাতো একো অস্ত্ৰ-শস্ত্ৰ নোলাল। তন্ত্ৰ হত্যা কৰাবো একো প্ৰমাণ পোৱা নগল। বৃটিছৰ প্ৰতি বিদ্বেষ ভাব প্ৰচাৰ কৰাৰো একো উমান পোৱা নহ’ল। চিপাহী উচটোৱাৰো চিন-মোকাম নাই। ঘৰ লোৰোকোতে যিবোৰ চিঠি-পত্ৰ পোৱা হৈছিল, সেইবোৰতো চহীৰ নাম গোন্ধ নাই— অথচ, সাধু কথাৰ দৰে সাজি লোৱা হ’ল যে চহী থকা চিঠিবোৰ পুৰি বা ফালি পেলোৱা হৈছিল। কন্দৰ্পেশ্বৰৰ গাত দোষ এইফেৰাই যে তেওঁ শান্ত-শিষ্ট-সাধু ল’ৰাটিৰ দৰে, তেওঁৰ ঘৰত ছুপৰ নিশা সোধ-পোচ নোহোৱাকৈ সোমাই ঘৰ-বাৰী, বয়-বস্তু লুট-পাত কৰোঁতা কেপ্টেইন লুথাৰ আৰু দাৰোগাজনৰ আগত সৈমান নহৈ সিংহ বিক্ৰমেৰে গৰ্জ্জি উঠিছিল,। বয়সত ল’ৰা হলেও বিচক্ষণতাত বুদ্ধিমন্ত সাজিয়াল পুৰুষ মণিৰামক তেওঁ দেৱান পাতি লব নালাগিছিল আৰু তেওঁৰ চিঠি পাই “স্বৰ্গাদপি গৰীয়সী” জন্মভূমি-উদ্ধাৰৰ উপায়ো আলোচনা কৰিব নালাগিছিল। ধন-বস্তু সহায়-সাৰথিৰ অভাৱ হলে মনটোও যে ছুখীয়া হ’ব লাগে; দৈৱছুৰ্ব্বিপাকত পৰি শৰীৰৰ অঙ্গ কোঙা হ’লে

ইচ্ছা-আকাঙ্ক্ষাও যে কোঙা হ'ব লাগে তাক বৃটিছ জাতিয়ে গঢ়ি লোৱা সাম্ৰাজ্য বিস্তাৰৰ আইনখনৰ বাহিৰে জগতৰ কোনো মানৱীয় আইনে কেতিয়াও স্বীকাৰ নকৰে। কৰা হ'লে, বৃটিছ ৰাজনীতি চৰ্চ্চা কৰি ডাঢ়ি-চুলি পকোৱা পণ্ডিত লৰ্ড মৰ্লিয়ে ( Lord Morley ) কেতিয়াও বৃটিছ জাতিক নক'লেহেতেন।

"জয়ে-জয়ে, যি দেশত তোমালোকৰ কোনো দৰ্কাৰ নাই, বলেৰে ঠেলি-হেঁচি তাত সোমোৱাঁগৈ আৰু তালৈ নাযাওঁ বুলি কৈও যোৱাঁ। দ্বিতীয়তে, তোমালোক সোমালেই, তাৰ মানুহবোৰৰ খং উঠে আৰু খং উঠিলেই বাধা দিব লগীয়া হয়। তৃতীয়তে, তোমালোকে চিঞৰ-বাখৰ লগাই দিয়া যে মানুহবোৰ বিদ্ৰোহী আৰু সিহঁতৰ আচৰণ বিদ্ৰোহ-জনক (অথচ, তোমালোকে নিজ মুখেই কোৱা যে তাত তোমালোকে কেতিয়াও ৰাজত্ব নকৰা)। চতুৰ্থতে, সেই বিদ্ৰোহ নিৰ্ম্মূল কৰিবলৈ তোমালোকে ফৌজ এটা পঠোৱাঁ। পঞ্চমতে, তাত যেতিয়া ৰক্তাৰক্তি, গোলমাল আৰু অৰাজকতা হবলৈ ধৰিলে, তেতিয়া, তোমালোকে উৰ্দ্ধবাহু হৈ জগতক জনোৱা যে নীতিধৰ্ম্ম ৰক্ষাৰ নিমিত্তে তোমালোকে তাত থাকিবই লাগিব। নচেৎ দেশত এনে মৰামৰি, কটাকটি আৰু অশান্তি হ'বগৈ যে তাক কোনো সভ্যদেশে কল্পনাকে কৰিব নোৱাৰিব।"

এয়ে হ'ল, বৃটিছ সাম্ৰাজ্যবাদৰ মূল নীতি। অসমৰ দেশখন বৃটিছৰ কব্জালৈ অনাৰেপৰা বৃটিছ কৰ্তৃপক্ষই এই

নীতিকে সময় বুজি, আওপাকে-সোঁপাকে অনুসৰণ কৰি আছিছেই। বৃটিছ শাসনৰ এই পুৰণি নীতি চলাই থাকোঁতে থাকোঁতেই চাৰ জন লৰেন্সে (Sir John Lawrence) ইং ১৮৫৭ চনত এটি বিধান উলিয়াই দিলে। সেই বিধানত বিদ্ৰোহীৰ সূত্ৰ বন্ধা হল এই বুলি:—

বিদ্ৰোহী বুলি শাস্তি দিব পাৰি কাক ?—

—যাৰ স্বভাৱ মন্দ

—যি উৎপতীয়া অৰ্থাৎ বৃটিছ শাসন প্ৰণালীৰ দোষ দেখি ফুৰে;

—যি অসন্তোষৰ বীজ উৎপাদন কৰে;

—যি উচ্চখাপৰ বৃটিছ কৰ্ম্মচাৰীক মান-সৎকাৰ নকৰে।

—যি ৰজাৰ সিংহাসন নাই অৰ্থাৎ ভগা ৰজা;

—যি পণ্ডিত;

—যি কুমৰ সিং বা বিহাৰী চিপাহীৰ লগত সংশ্ৰৱ ৰাখে;

—যি বৃটিছ কৰ্ম্মচাৰীক চুঙা চাই সোপা দিয়া কথা কয়।

উল্লিখিত নীতি আৰু বিধান অনুসৰণ কৰিয়েই অসমত থকা সামৰিক বৃটিছ বিষয়া সকলে স্বাধীনতাকামী অথচ বিদ্ৰোহৰ নিৰ্ব্বিকাৰ কন্দৰ্পেশ্বৰ ৰজাক কাৰাৰুদ্ধ কৰিলে; আৰু সিফালে কলিকতাত, তেওঁৰ মন্ত্ৰী মণিৰাম দত্ত দেৱানকো আলিপুৰ

জেলত আৱদ্ধ কৰোৱালে। স্বাধীনতাৰ ইন্ধন যোগাওঁতা মণিৰাম আৰু তাৰ পৰা উদ্ভৱ হোৱা অগ্নিৰ উত্তাপ লওঁতা কন্দৰ্পেশ্বৰ সিংহক বন্দী কৰিয়েই বৃটিছ কৰ্তৃপক্ষৰ হেঁপাহ নপলাল। উত্তৰ ভাৰতত বিদ্ৰোহ দমন বিধিৰ নামত যি ১৪ আইন চলোৱা হৈছিল, অসমতো তেওঁবিলাকে তাকেই এতিয়া প্ৰৱৰ্ত্তন কৰিলে। এই আইন মতে কোনো দেশীয় চিপাহীয়ে বৃটিছ স্বাৰ্থ পূৰণৰ বাটত বিৰোধিতা কৰিব নোৱাৰে আৰু পৰাধীন দেশক স্বাধীন কৰিবলৈ কোনো জন-প্ৰাণীয়ে আলচ কৰিব নোৱাৰে। ইয়াকে যদি কোনোবাই কৰে, তেন্তে তেওঁক ৰাজদ্ৰোহী বুলি গণ্য কৰি ফাঁচী পৰ্য্যন্ত দিয়া হব।

ৰজা আৰু তেওঁৰ সাৰথিক বন্দীশালত সুমুৱাই লৈ, ওপৰত উন্মুকিয়া আইনৰ জাল তৰি কৰ্ণেল হেনে, কেপ্টেইন্ ৰীড, মেজৰ ৰিছাৰ্ডছন্, লেফটেনেণ্ট চেম্বাৰ্চ, কেপ্টেইন্ হলৰইড আৰু কেপ্টেইন্ ৰীচাৰে দমন-চক্ৰ চলাই উজনি অসমত মূৰদাঙি থকা দেশহিতৈষীসকলৰ মূৰত যধে-মধে উঠিব নোৱৰাকৈ ঘা মাৰিবলৈ ধৰিলে। এই সকল, অনিমন্ত্ৰিত স্বয়ম্ভু হৰ্ত্তা-কৰ্ত্তা বিধাতাৰ অনুগ্ৰহত দেশত এনেভাৱে আতঙ্ক আৰু বিভীষিকাৰ সৃষ্টি হবলৈ ধৰিলে যে পৰাধীন জাতিৰ অন্তৰত দেশাত্মবোধ উদয় হোৱাটোৱেই সেই সময়ত "মহাপাপ" হৈছিল। এনে "মহাপাপ" আচৰিব পৰা মানুহ কোন-ক'ত আছিল বৃটিছৰ দেশীয় বৃহন্নলাসকলে আপোন মানুহৰ

চাৰিবেৰৰ মাজত সিন্ধি দি সেইসকলক হয়, ফাঁচী-কাঠত তোলাই, নহয়, ফাটেক দিয়াই প্ৰায়শ্চিত্ত কৰোৱাইছিল।

"চিপাহী বিদ্ৰোহ" আৰু ষ"ড়যন্ত্ৰত" অভিযুক্ত হোৱা অৰ্থাৎ মাতৃভূমিক ভালপাওঁতা সকলৰ 'দোষাদোষ' বিচাৰ কৰিবৰ নিমিত্তে যোৰহাটত দুটা তামীঘৰা সজোৱা হৈছিল। এটাত, ১৮৫। ছনৰ ১৪ আইন অনুসৰি কমিশ্যনাৰৰ ক্ষমতা লোৱা চি, হলৰইডৰ আদালতত বহিছিল। ইটোত বহিছিল, তেওঁৰ প্ৰধান বল্লভ বৰ দাৰোগা হৰনাথ পৰ্ব্বতীয়া বৰুৱাৰ কাছাৰী। ১৮৫৭ ছনৰ চেপ্তেম্বৰ মাহৰপৰা ১২ মাহ এই কাছাৰী দুটাত অজাস্তী-মুলুকৰ আইন অনুযায়ী বিচাৰ কাৰ্য্য চলি আছিল। তাত ১৪ আইনৰ শোধখন এই দৰে হৈছিল—

দাৰোগাজনে লেখা-পঢ়া জনা বা কথকী মানুহ মাত্ৰকেই ধৰাই অনাই তেওঁৰ কাছাৰীত থিয় কৰোৱাই সোধে, "পিছে দেও, তুমি এতিয়া সাক্ষী হোৱাঁ নে, আছামী হোৱাঁ অৰ্থাৎ তুমি মণিৰাম দেৱান আৰু পিয়ালী বৰুৱাৰ বিৰুদ্ধে সাক্ষী ক'বা নে, নাই তুমি নিজেই তেওঁবিলাকৰ ষড়যন্ত্ৰত যোগ দিছোঁ বুলি সৈ কাঢ়িবাঁ?" দাৰোগাৰ এনে অপূদ্ধাট প্ৰশ্ন শুনি সকলোৱেই, কিংকৰ্ত্তব্যবিমূঢ় হৈ থৰ লাগি থাকিবলৈ বাধ্য হৈছিল। সকলোৱেই, "আমাৰ সাত পুৰুষক নৰকত পেলাই নজনা কথা কব নোৱাৰোঁ; দেউতাৰ যি ইচ্ছা তাকে কৰক" বুলি অজাস্তি মুলুকৰ আইনৰ শাললৈ দৃঢ় ভাৱে নিজৰ-নিজৰ মূৰটোহঁত আগ বঢ়াই দিছিল। তেওঁ-

বিলাকক তৎক্ষণাৎ আছামীৰূপে অভিযুক্ত কৰি কমিশ্যনাৰৰ আদালতলৈ চালান দিয়া হৈছিল। কোনোবাই যদি হলৰইডৰ বিশ্বাসী বন্ধু দাৰোগাজনৰ বা পাছৰ জনৰ লগুৱা উমেদ মুঞ্চিৰ হৃদয় কোমলাব পাৰিছিল, তেওঁৰ প্ৰাণ ৰক্ষা হৈছিল। যি নোৱাৰিছিল, তেওঁ তপত খোলাৰ হাত সাৰি ঘিঁউটলা জুইত পৰিছিলগৈ! সিমানতো, ভালেমান ইতৰ মানুহে হলৰইড ছাহাবক কাতৰস্থ হৈ জনাইছিল—তেওঁ যেন ধৰ্ম্মবিচাৰ কৰে। হলৰইডে কিন্তু তমোময় মূৰ্ত্তি ধৰি—"We'll hang you first, try you afterwards" অৰ্থাৎ 'আগে ফাঁচী, পিছাবি 'বিচাৰ' বুলি একে আষাৰ সুৰাসুৰ কঁপোৱা ডাবি দি তেওঁবিলাকক কঠোৰ দণ্ড বিহি কাতৰ অনুৰোধৰ মূৰত পৰশু কুঠাৰ বহুৱাইছিল। এই প্ৰকাৰেই, উলুৰ লগত ভালেমান বগৰিকো পোৰা হ'ল।

এনেকৈ পকৱাই পোৱা মস্তিষ্কৰ দ্বাৰাই পৰিচালিত আদালতত খোলাই কোঁচৰ পুতেক মধুৰামেই দ্বিতীয় আছামী। এওঁ ৭ বছৰ কাৰাবাসৰ দণ্ড মূৰ পাতি লয়।

ৰঙ্গা জালত পৰিলেই; দেৱানো ফান্দত পৰিল। এতিয়া, তেওঁবিলাকৰ অমাত্যবৰ্গৰ ভিতৰত দেশাধিকাৰ বিলাকৰ চকু পৰিল পিয়ালী বৰুৱা ওৰফে মহেশচন্দ্ৰ গাভৰুমেলীয়া বৰুৱাৰ ওপৰত। এওঁ আছিল যোৰহাটত ডেকা ৰজাৰ লগত সঙ্গীত চৰ্চ্চা কৰি। দেখিবলৈ শ্ৰীমন্ত ধুলন্তৰ পুৰুষ, বৰণত পকা থেকেৰা যেন। যি বয়সত মানুহে মৰোঁ-জীউ-

সোঁ-আধি-প্ৰতিজ্ঞা কৰে সেই বয়স ২৫ বছৰ, এওঁৰ । এওঁক হিন্দুস্থানী চিপাহীবিলাকে বৰ ভাল পাইছিল আৰু অশেষ ভক্তি কৰিছিল । গোলাঘাটৰ ন-গোৰাত ( নোগোৰা ) থকা দেছুৱালী ( দেশ-ৱালী ) পল্টনৰ চিপাহীবিলাকে ছাউনিলৈ মাতি নি এওঁক 'পণ্ডিতজী' বুলি সেৱা-সৎকাৰ কৰিছিল । পিয়ালী বৰুৱা শিক্ষা-দীক্ষা, ধৰ্ম্মাচৰণ আৰু বংশ-গৌৰৱত কেনে মানী আৰু সম্ভ্ৰান্ত পুৰুষ আছিল তাক তলত দিয়া কথাৰপৰাই বুজিবলৈ বাকী নেথাকিব ।

বেজবৰুৱা বংশৰ আদি পুৰুষ কলিবৰ বৰুৱা । তেওঁৰ নাতি জয়হৰি বৰুৱা । জয়হৰিৰ ন জন পুত্ৰ । সেই ন জনৰ ভিতৰত গোবিন্দ বুলি যিজন কনিষ্ঠ আছিল, তেওঁৰ-পৰাই ঠাল বাঢ়ি অম্বু বৰুৱা হল । অম্বু বৰুৱাৰ কেইবাজনৰ পাছত জুৰাই বৰুৱা । তেওঁ,

"গাভৰু মেলৰ হৈয়া বৰুৱা প্ৰধান
গুণগণ নিপুণ কাৰ্য্যত অখণ্ডন ।
বৈদ্যকৰ্ম্ম প্ৰৱীণ থাকিয়া সুখে অতি
ৰাজ দৰ্ব্বাৰত পাইলা প্ৰধান সুখ্যাতি"

এওঁৰে তিনি কন্যা, এক পুত্ৰ হল । সেই পুত্ৰটিৰে নাম ৰাম গাভৰুমেলীয়া বৰুৱা । ৰাম বৰুৱা যে অকল আয়ুৰ্ব্বেদ শাস্ত্ৰতেই পাৰ্গত আছিল এনে নহয়, দেশৰ বুৰঞ্জী আদি চৰ্চ্চা কৰাতও সেই সময়ত এজন অগ্ৰগণ্য পুৰুষ আছিল । ১৮৪০ চনত এওঁ দিহাপাৰ মৌজাৰ মৌজাদাৰ আছিল

আৰু তুগৰাকী কন্যা বিয়া কৰাইছিল। প্ৰথম গৰাকী জাল- ভাৰী ফুকনৰ ঘৰৰ—ভাগ্যৱতী দেৱী; সন্তান তিনিজন— হেমকণ্ঠ, তুৰ্গেশ্বৰ আৰু মহেশ্বৰ। এই মহেশ্বৰেই মহেশচন্দ্ৰ বৰুৱা বা পিয়ালী বৰুৱা। মণিৰাম কলিকতালৈ যাওঁতে এওঁৱেই ৰজাৰ মন্ত্ৰী আছিল আৰু কেপ্টেইন লুথাৰে ৰজাৰ ঘৰ লোৰোকোতে এওঁকেই পাইছিল। এওঁকেই এতিয়া ধৰাই অনাই ১৪ আইনৰ আদালতত বিচাৰৰ নিমিত্তে থিয় কৰাবলৈ স্থিৰ কৰা হ'ল। সিফালে আলিপুৰ জেলৰ পৰা মণিৰাম দেৱানকো '৫৭ ছালৰ ৩১ ডিচেম্বৰ তাৰিখে ২০০ গোৰা চিপাহী অহা জাহাজত ভৰাই যোৰহাটত "স্বাধীনতাৰ পুৰস্কাৰ" লবলৈ পঠিয়াই দিয়া হ'ল।

১৮৫৮ চনৰ ৯ ফেব্ৰুৱাৰী তাৰিখে হলৰইড চাহাবে কমিচনাৰৰ চং পিন্ধি পিয়ালী বৰুৱাৰ বিচাৰ কৰে। বিচাৰৰ সিদ্ধান্ত হ'ল এই—

"আদালত কমিশ্যনর, শিবসাগর, আপার আসাম,
১৮৫৭ ইংরেজীর ১৪ একট অনুসারে
নং ৩ মোকৰ্দ্দমা

পরওানা বনামে মাজিষ্ট্রেট সাহেব, জিলা শিবসাগর উক্ত কমিশ্যনার সাহেবের আদালতে ১৮৫৭ সনের ১৪ একট অনুসারে ঠিক হইয়াছিল—

মোকাম যোরহাট, জিলা শিবসাগর ৯ ফেব্রুওারী ১৮৫৮ সন

. রাজবিদ্রোহিতা মোকদ্দমার তজবিজের পর শুনা মহেশচন্দ্র

ওরফে পিয়ালী ওলদে রাম শর্ম্মা আসামির পর সাবুদ হইল।

এ নিমিত্ত হুকুম গলপ্রদেশে রজ্জুদ্বারা প্রাণদণ্ড করার উক্ত আসামির পর হইল। তোমাকে উচিত যে হুকুম মঞ্জকুর মহেশচন্দ্র আসামির উপর। আইনে যে মত নবাব গবরনর জেনেরেল কৌন্সিলের মজলিসে হুকুম লিখা আছে ২৬ ফেব্রুওয়ারী তারিখে কিম্বা ইহার পূর্ব্বে সেইমত খাড়া খাড়া আমলে আনিবা আর ইহাকে উচিত যে যখন এ পরওানার হুকুম সমুদয় আঞ্জাম হইয়া থাকে তখন এ পরওানার পূর্ব্বে হুকুম মঞ্জকুর আমলে আনার হকিকতের প্রামাণ্য আপন মোহর ও দস্তখতে লিখিয়া এ পরওানাকে তৎস্বরূপ ফিরিয়া দেন। এ বিষয় অতি তাগিদ জানেন। তারিখ ৯ ফেব্রুওারি। ১৮৫৮ ইংরেজি।

১৮৫৭ ইংরেজির ১৪ একৃট অনুসারে শ্রীশ্রীকমিশ্যনার সাহাবের দস্তখতে লিখা গেল।

C. Holroyd

Commissioner appointed under Act I4 of I857."

এই সিদ্ধান্তকে কমিছনাৰ হলৰইডে শিৱসাগৰৰ মেজিষ্ট্ৰেট হলৰইডলৈ পঠালে অৰ্থাৎ ভক্ষকেই ৰক্ষকৰ মুখা পিন্ধি ভক্ষণৰ বায় বান্ধিলে। ভক্ষকৰ ৰায় অনুসৰি ১৮৫৮ চনৰ ফেব্ৰুৱাৰীৰ ২৬ তাৰিখে ৰাজবিদ্ৰোহ কৰা বাবে পিয়ালী বৰুৱাক ফাঁচী কাঠত তুলি মাৰিবলৈ হ'ল।

ৰাইজ-বিদ্ৰোহ নকৰা নিৰপৰাধী মানুহ এজনক ৰাজবিদ্ৰোহ অপৰাধত পেলাই পাশৱিক গৱৰ্ণমেণ্টে জীয়াই জীয়াই ফাঁচী-চাঙত হত্যা কৰা বাবে মানুহৰ মন বিষাদৰ কলীয়া ডাৱৰে ঢাকি পেলালে। অনা- জগৰতে একো ছিদ্ৰ নথকা স্বাধীনচিতীয়া আৰু সাত্বিক পুৰুষ একোজনক ফাঁচী দিয়া বাবে সকলোৰে জীৱ আকাশে উৰি গল।

কলিকতাৰপৰা বিদ্ৰোহ দমাবলৈ অহা ২০০ গোৰা চিপাহীয়ে মণিৰাম দেৱানক ফেব্ৰুৱাৰীৰ শেহত যোৰহাট পোৱায়হি। সেই মাহৰ ২৩ তাৰিখে, পিযালী বৰুৱাৰ দৰেই মণিৰামৰো বিচাৰ আৰম্ভ হয় আৰু সাক্ষীগোপাল হলৰইডে এই ৰায় ৰাদ্ধে—

"Court of the Commissioner Appointed under,
Act XIV of 1857
for Seebsaugar in Upper Assam
Trial No 4; 1858

To

The Magistrate of Seebsaugar

Whereas at a Court holden at Joorhat in the Seebsaugar District under Act XIV of 1857 for the year 1858 on the 23rd day of February, 1858, Muneeram son of Ram-

dutt, having been convicted of treason and sentenced to suffer death by being hanged by the neck until he is dead. It is hereby ordered that execution of the said sentence be made and done on or before the 26 th of the month of February 1858, and that you do return this warrant to me with an endorsement attested by your official seal and signature, certify the manner in which the sentence has been executed as commanded by the regulation enacted by the Governor General in Council and now in force Herein fail not. Given under my hand this 23rd day of February in the year 1858.

C. Holroyd
Commissioner appointed
under Act XIV of 1858."

বায়ত যিদিনাই পিয়ালীক ফাঁচী দিবলৈ হুকুম হৈছিল, সেইদিনাই অৰ্থাৎ ২৬ ফেব্ৰুৱাৰী তাৰিখেই মণিৰামকো ফাঁচী দিব লাগে বুলি আদেশ কৰা হল। হলৰইডৰ হুকুম নিমিত্ত-মাত্ৰহে। মণিৰাম-পিয়ালীক ফাঁচী দিবলৈ আগৰে

পৰা সকলো আহিলা-পাতি সংগ্ৰহ কৰি থোৱাই হৈছিল। নতুন ঘৰ সজাবলৈ কন্দৰ্পেশ্বৰ সিংহই শিঙৰি কাঠৰ খুটা অনাই থৈছিল। বুঢ়া গোহাঁইৰ টোলৰ পিনে. টোকোলাই নৈৰ পছিম পাৰত, কুঁৱৰী পুখুৰীৰ পূবে, গড়ৰ আলিৰ দক্ষিণে, এতিয়া, সেই খুটাকে আনি যোৰ পাতি দুযোৰ খুটা বহুৱালে। খুটা কেইযোৰক কঁতৰা যেন কৰি, মাজত আষল শলাৰ দৰে এডাল ঢেকী-দাং দিলে। তাৰ সোঁ মাজত বিন্ধা দি, ওপৰতে কাঁতৰিৰ দৰে এডাল কাঠ বহুৱাই. কাঠৰ দুয়ো মূৰে এডাল দীঘল চোঁচনী জৰী লগালে। ফাঁচী শালখন ঠিক ৪ অক্কটোৰ দৰেই সজোৱা হল। কাঠ ডালৰ মূৰ দুটাত দুটা ৰৰশী ওলোমাই দিয়া হল। আৰু তাৰ ঠিক মূৰৰ পোনে-পোনে মাটিৰ ওপৰত দুফালে দুখন চাং সজালে। চাঙৰ চাৰিওপিনে এনে ভাৱে বেৰা দিলে যেন ভিতৰত কি আছে কোনেও নেদেখে। চাঙৰ ওপৰত চঁচালি পাৰি চাংখন সমান কৈ থোৱা হল। বিড়াই চাওডাং বুলি জনমভৰ ফাটেক খোৱা এটা ফাটেকিয়াল আছিল। তাৰ হতুৱাই, এসেৰ মুগা সূতাৰে দুডাল ফাঁচী-জৰী বটোৱালে।

২৬ ফেব্ৰুৱাৰী আহিল। ৰাতি পুৱাই ফাঁচী শালৰ চৌপাশে গেৰাজে-গেৰাজে, চিপাহী-বৰকণ্ডাজবোৰ ভাগে ভাগে শাৰী পাতি কানত বন্দুক লৈ থিয় হৈ ৰ'লহি। সিহঁতৰ পৰা অলপ আঁতৰত গোৰা পল্টনৰ চিপাহীহঁতে বন্দুক চাঙীন্ লৈ টহল দি ফুৰিবলৈ ধৰিলে। এনে

চক্ৰ-বেহুৰ বাহিৰ পিনে, নিলগত, হেজাৰ বিজাৰ মানুহ আহিছে-গৈছে। ৰংপুৰ, গোলাঘাট, মাজুলীৰ পৰাও মানুহ আহি দিছে কোঁঠৰ আলি পদূলিত হুৱাদুৱা লগালেহি।

ইপিনে বেলি উঠি ৮ দণ্ড মাৰোঁ-মাৰোঁ হৈছে—অৰ্থাৎ ৯ মান বাজিছে এনেতে—

দিছৈ কোঠৰ ছাউনিৰ পৰা মণিৰাম-পিয়ালীক উলিয়াই অনা হল। দুইবো কঁকালত শিকলি—জোটা পাতি বন্ধা। তেওঁবিলাকৰ আগে-পিছে বৰকণ্ডাজ চিপাহী। তেতিয়াও মণিৰামৰ মুখত ৰূপৰ ধোঁৱাখোৱা, মন প্ৰফুল্ল। চিপাহীয়ে দুইকো সাঙুৰি আনি ফাঁচী-দিয়া ঠাই পোৱালেহি। ফাঁচী চাঙৰ দাঁতিতে হলৰইড্ বিচ্চাৰ (Beecher) ৰিচাৰ্ডচন, নকচাৰী আৰু আসাম টী কম্পেনীৰ কেইজনমান ছাহাবে মনৰ সুখেৰে চেলেউ হুঁপি-হুঁপি ৰহি আছে। কৰ্ত্তব্য পৰায়ণ হৰনাথ পৰ্ব্বতীয়া বৰুৱা ডাৰোগাও তাতেই খোজ চলাই আছে। তেওঁবিলাকৰ সাক্ষাতে, মণিৰাম-পিয়ালীৰ বান্ধ মোকলাই দি, আকৌ এজন-এজনকৈ পাছ ফালে দুয়োৰো হাত-কেৰেয়া দিলে। এইদৰে হাত বান্ধি, দুইকো ৰৰশীৰ পোনে-পোনে তৰি থোৱা চাঙৰ ওপৰত তুলিলেগৈ। তাতে, হলৰইড ছাহাবে শিৱসাগৰৰ মেজিষ্ট্ৰেট ৰূপে কমিশ্যনাৰ হৈ বহোতে দিয়া তেওঁবিলাকৰ ফাঁচীৰ আজ্ঞাপত্ৰখন ইংৰাজী আৰু বঙলা ভাষাৰে পঢ়ি শুনালে। আজ্ঞাপত্ৰ শুনি কন্তেক মান বেঙ্গ হুয়ো নিটাল মাৰি থাকিল। দেৱানে তেওঁৰ ধোঁৱাখোৱাটিত

হোঁপা দুটামান মাৰি ললে। তাৰ পিছত, ধোঁৱাখোৱাটি ডাৰোগাৰ হাতত দি, হাতকেৰী অৱস্থাতে থিয় হৈ চাঙৰ পৰাই সমবেত প্ৰজা সকললৈ চাই এই বুলি ক্ষমা খুজিলে,

"হে প্ৰজাসকল! মই বিষয়া হৈ থাকোঁতে
মোৰ পৰা তোমালোকে অশেষ দুখ-বেজাৰ
পাইছিলা, সেই সকলোবোৰ এনে সময়ত
তোমালোকে ক্ষমা দিব লাগে"

এনেতে, ফাঁচী-চাঙৰ চাৰিওফালে পহৰা দি থকা গোৰা আৰু বৰকণ্ডাজ চিপাহীয়ে জাঁয়ে—জাঁয়ে হিলৈ মাৰিবলৈ ধৰিলে। কেউপিনে কোঢ়াল লাগি পৰিল। খাৰ-বাৰুদৰ ধোঁৱাই আকাশ ছানি পেলালে। সেই ধোঁৱা-কোৱাৰ মাজতে, দুফালে দুটা ফাটেকিয়াল চাঙৰ ওপৰলৈ উঠি মণিৰাম পিয়ালীৰ দুয়োৰো মূৰত টুপী পিন্ধাই, চকু-মুখ ঢাকি ডিঙিত ফাঁচ লগাই নামি আহিল। পাছে, বিড়াই চাও-ডাঙ্গে চঁচালিখন দাঙি ফাঁচী জৰীত টিপ দিলেহি। যেই টিপ দিলে, সেই মণিৰাম পিয়ালীৰ জীয়া শৰীৰ মৰা শ হৈ তললৈ পৰি গল! আগবেলাৰ পৰা সাঁজ-লাগি-মৰালৈকে সেই নশ্বৰ দেহা দুটি মৰা শ হৈ তাতে পৰি থাকিল। মাটিতেই মণিৰামৰ দেহা মলজি গল,

"চাগত মলজিলে
চালেদৈ কোমোৰা
টেকেলিত মলজিল লোণ

মাটিত মলঙ্গিলে
মণিৰাম দেৱান ঐ
নেকান্দি থাকিব কোন ?

মণিৰাম পিয়ালীৰ ফাঁচীত "ৰবিৰ কিৰণে যেন মৰকত গিৰি" হৈ থকা অসম দেশখন জিলী-যা-কোৱা-কা হৈ পৰিল।

ভুজনক কঠোৰ'দণ্ড আৰু ভুজনক ফাঁচী দিয়েই "কমিছনাৰ" হলৰইডৰ পৈশাচিক প্ৰতিশোধ আৰু জাতীয় আত্মম্ভৰিতাই পূৰ্ণতা লাভ কৰিব নোৱাৰিলে; অসমৰ উজনি-নামনিতো তেওঁৰ ফোৰোহানিৰে কঁপনি তুলিলে। কিন্তু সেইবোৰ বিষ নাইকিয়া সাপৰ ফোঁপাউৰিৰ দৰে হ'ল। তথাপি, স্বাধীনতাৰ শেষ নিদৰ্শন যোৰহাট নগৰত যিসকল লোকে স্বদেশমন্ত্ৰত দীক্ষা লৈ, "বাইজেই ৰজা, জাতিয়েই গঙ্গা"ৰ প্ৰতিমূৰ্ত্তিক প্ৰতিষ্ঠা কৰিবলৈ দৃঢ় সংকল্প কৰিছিল সেইসকলক বৃটন-বাচ্চা হলৰইডে তেওঁৰ দেশীয় অনুচৰবৰ্গেৰে এই অনুক্ৰমেই শাস্তি দিছে আৰু সেই শাস্তি তেওঁবিলাকে আনন্দেৰে গ্ৰহণ কৰে। সৰ্ব্বমুঠ দণ্ডিতৰ লেখ—

(১) চাৰিং-ৰজা কন্দৰ্পেশ্বৰসিংহ :—

এওঁক ১৭৭৯ শকৰ ২৫ ভাদ বুধবাৰে যোৰহাটৰ পৰা কলিকতাৰ আলিপুৰ জেললৈ স্থানান্তৰ কৰা হয়। পাছত গৱৰ্ণমেণ্টে মাহে ৫০০৲ টকা পেঞ্চন দি, উজনি অসমলৈ আহিব নোৱৰাকৈ গুৱাহাটীতে ৰাখে।

(২) খোলাই কোঁচৰ পুতেক মধুৰাম কোঁচ :—

১৭৭৯ শকৰ মাঘত ( ১৮৫৮ চনৰ ৩০ জানুৱাৰী তাৰিখে ) ৭ বছৰ কাৰাবাসৰ দণ্ড।

(৩) মণিৰাম বৰভণ্ডাৰ বৰুৱা দেৱান :—

(৪) পিয়ালী ওঃ মহেশচন্দ্ৰ গাভৰু মেলীয়া বৰুৱা :—

এওঁবিলাক দুয়োজনৰে ১৭৭৯ শকৰ ১৬ ফাগুন শুকুৰবাৰে, শুক্লা চতুৰ্দ্দশী তিথিত দিবা ৯ দণ্ডৰ সময়ত ( ইং ১৮৫৮ চনৰ ২৬ ফেব্ৰুৱাৰী ) একেলগে ফাঁচী।

(৫) নীলকণ্ঠ চোলাধৰা ফুকন
(৬) ভটীয়া বৰবৰাৰ ঘৰৰ কৃষ্ণৰামৰ পুতেক মায়াৰাম নাজিৰ।
(৭) পূৰণৰ ঘৰৰ কমলা চাৰিঙ্গীয়া বৰুৱা
(৮) লাম্নাথক চেতীয়া বংশৰ লুকী শেনচোৱা বৰুৱা

এই চাৰিজনক ১৮৫৮ চনৰ ১৮ মাৰ্চ্চ তাৰিখে ১৪ বছৰকৈ কলীয়া পানীলৈ (আণ্ডামানলৈ) মেলা হয়।

(৯) কাঠবৰুৱাৰ ঘৰৰ আদিৰামৰ পুতেক গণেশ চন্দ্ৰ
(১০) ভুবণৰ পুতেক নাৰায়ণ বৰবৰা
(১১) মাৰোৱাৰীৰ ঘৰৰ সক কান্ত শৰ্ম্মাৰ পুতেক উমাকান্ত

এই তিনিজন, সেই ১২ মাৰ্চ্চ তাৰিখৰ পৰা শিৱসাগৰ জেলখানাত ৩ বছৰকৈ আৱদ্ধ হয়।

| | |
|---|---|
| (১২) পুৰন্দৰ সিংহৰ জীয়েক ৰূপহী আইদেওৰ পুতেক মৰঙ্গী খোৱা গোহাঁই | আণ্ডামানলৈ যাৱজ্জীৱন নিৰ্ব্বাসন। |

(১৩) দুতিৰাম বৰুৱা, ফৌজদাৰী চিৰস্তাদাৰঃ — বিখ্যাত নামন্তিয়াল কাকতীৰ ঘৰৰ কৃষ্ণদাস কাকতীৰ পুতেক, এওঁ। এওঁ ইং ১৮৪৭ চনৰপৰা শিৱসাগৰৰ কাছাৰীত ফৌজদাৰী চিৰস্তাদাৰৰ কাম কৰিছিল। গহীন-গম্ভীৰ মূৰ্ত্তিৰে দেখিবলৈ সভা-শুৱনি পুৰুষ আছিল। ভাটী দেশত স্বাধীনতা-সংগ্ৰামৰ হুলস্থূল লগাত আৰু মণিৰাম দেৱানৰ চিঠিৰ তাৎপৰ্য্য বুজি এওঁ কামৰ পৰা ছুটী লৈ আছিল। তাতে আকৌ, সেই সময়ত কলিকতাৰপৰা ওলোৱা "ভাস্কৰ" আৰু 'সমাচাৰ চন্দ্ৰিকাত' অসমৰ অৱস্থা সম্পৰ্কে কিছুমান সমালোচনামূলক প্ৰবন্ধ প্ৰকাশ হৈছিল। এওঁৱেই, সেইবোৰ তলে-তলে হুগলী কলেজত পঢ়ি থকা ছাত্ৰ পুতেক প্ৰিয়লালৰ হতুৱাই লেখোৱাইছিল। এইবোৰ সাতে—পাঁচেই, ১৮৫৮ চনৰ আগষ্ট মাহৰ ১৯ তাৰিখে, এওঁও হলৰইডৰ ভেকো-ভাৱনাৰূপী বিচাৰ-বলিশালত পৰিবলগীয়া হল। বিচাৰৰ ফলত যাৱজ্জীৱন দ্বীপান্তৰ হয়। ক্ৰমে ক্ৰমে, আলিপুৰ জেলত ৰাখি ১৮৫৯ চনৰ ২ চেপ্তেম্বৰ তাৰিখে এওঁক বনাৰজেচ (Boanerges) জাহাজত তুলি আণ্ডামান দ্বীপৰ ৰাজধানী পৰ্টব্লেয়াৰ পোৱাইগৈ।

এওঁৰ বৰ পুতেক প্ৰিয়লাল বৰুৱাই (নামনি অসমৰ ইস্কুল সমূহৰ পোনপ্ৰথম অসমীয়া ডেপুটী ইন্‌স্পেক্টৰ) আপীল কৰি এওঁক ১৮৬৩ চনৰ ১৬ চেপ্তেম্বৰ তাৰিখে আণ্ডামানৰপৰা মুক্তিলাভ কৰোৱায়। কিন্তু তেওঁক আৰু উজনিলৈ আহিবলৈ দিয়া নহল—গুৱাহাটীতে নজৰবন্দীকৈ ৰখা হ'ল।

৫৭ সালৰ স্বাধীনতা সংগ্ৰামত যিসকল লোক প্ৰকৃত হত্যাকাণ্ডত সংশ্লিষ্ট নাছিল, সেইসকলক দণ্ডৰপৰা অব্যাহতি দিবলৈ মহাৰাণী ভিক্টৰীয়াৰ পৰা আদেশ অহাত, হুতিৰামে আণ্ডামানৰপৰা মুক্তি পাবৰ নিমিত্তে এখন দৰ্খাস্ত দিছিল। সেই কালত ব্যৱহাৰ হোৱা আদালতী ভাষাৰ নমুনা স্বৰূপে ইয়াকো তুলি দিয়া হল:—

"খোদা ঐন্দা খোদাএ গ্যাশ ন্যামত মালিক জোনাব্‌ শ্ৰীশ্ৰীযুত সুপেৰিণটেণ্ডেণ্ট সাহেব বাহাদুৰেৰ খেদমতে দামেক বান্দা ফিদাধ শ্ৰীহুতিৰাম বৰুৱা কএদি টাপু চাৰ্টিমাইন গৰিব পৰবৰ ছেলামত আৰজ এহি বন্দেগাম আমাৰ নিবাস আসাম মুলুকে। বিদ্ৰোহেৰ কোন মাজ্জাৰা হয় নাহি ও হৈবাৰ সম্ভৱ নহে। তবো গোলামেৰ কিসমতেৰ ফেৰে বৃথা উমৰে জীবদ্দশা কএদের হুকুম হয়।

এহাতে আমাৰ হালত বিবেচনা কৰিয়া মেহনত ও বোৰ মাফ দেয়। য়ালিপুৰ জেলখানাতে ঐ ঐ মত হুজমালু জায় কএদ ছিলাম। গতমাসে এথানে পহুছাতে

বৃধ ও কমজোৰ দেখিয়া আবুক দিন টাপুৰ ৫৮ নং বুঢ়া টুনিতে সাবেক দাৰোগা ভৰ্ত্তি কৰে। কএক ৰোজ মেহনত কৰাতেয় বিমাৰ হৈয়া হাস্পাতালে আসিয়া কিঞ্চিৎ আৰাম হৈয়াছি। কিন্তু ওৰেণ্ট মোতাবেক মসকত মাদেৰ কোন হুকুম জাৰি কৰে নাহি। অতএব আৰজ ওৰণ্ট দৃষ্টি কৰিয়া বিহিত হুকুম ফৰমাইতে মৰ্জ্জি হয়। ১৮৫৯ ইং ২৪ অক্তোবৰ ফিদাধ শ্ৰীদুতিৰাম বড়ুৱা।"

(১৪) **চেখ ফৰ্ম্মুদ আলি :—**

কোমল বয়সীয়া ৰজা কন্দৰ্পেশ্বৰ সিংহই ৰং-ধেমালি কৰিবলৈ কাৰেঙত সঙ্গীতৰ বিস্তৰ আয়োজন আছিল। চেখ ফৰ্ম্মুদ আলিয়ে মিঠা সুৰেৰে বেহেলা বজাব জানিছিল। সেইবাবে, তেওঁকেই ৰজাঘৰীয়া গায়ন-বায়নৰ ওপৰত ওজা পতা হৈছিল। ভগা-ৰজাৰ ভগা-সিংহাসন খন বাতিবলৈ এওঁও প্ৰাণ পৰিশ্ৰমে দিহা-পৰামৰ্শ দি সহায় কৰিছিল। সেইবাবে, শাসকৰ কোপ দৃষ্টিত পৰি আটক হ'ল।

(১৫) **চেখ বাহাদুৰ গাওঁবুঢ়া—**

এওঁ পুৰন্দৰসিংহৰ আমোলৰ পৰাই গাওঁবুঢ়া আছিল ; হাতীচাঁতৰ কাকৈ-ফণি, টৈমা-সঁফুৰা কৰিছিল আৰু তামৰ ফলিত আখৰ কাটিছিল, মোহৰো মাৰিছিল। এওঁ আজান ফকীৰৰ ধৰ্ম্ম পালন কৰিছিল। কথাই-কামে নিৰহ-নিপানী অসমীয়া আছিল। অসম দেশ আকৌ স্বাধীন হওক—এয়ে এওঁৰ অন্তৰৰ ভাব আছিল। সেই কাৰণেই এওঁকো নিৰ্ব্বাসন কৰা হল।

উল্লিখিত পোক্কৰ জনৰ বাহিৰেও নগাৰঁৰ নগা হাজৰীকা, সিন্ধুৰাম হাজৰীকা, মিহিৰাম ভণ্ডাৰী বৰুৱা; গুৱাহাটীৰ বলৰাম ফুকন, গৌৰীনাথ চৌধাৰী, হৰিৰাম নাওশলীয়া বৰুৱা, সোমদত্ত বৰকটকী আদি ভালেমান সম্ভ্ৰান্ত লোকেও আত্মসম্মান জলাঞ্জলি দিবলগীয়া হয়।

দেশৰ ধৰণী আৰু সমাজৰ মুখীয়াল সকলৰ কোনোক এই দৰেই প্ৰাণে বধ কৰি, কোনোক শাস্তি-বন্দী কৰি, কোনোক বিবিধ প্ৰকাৰে নিৰ্য্যাতন ভোগাই বৃটিছ চৰকাৰে দেশ জুৰি ভীষণ হুলস্থুল লগাই দিলে। নিমাখিত প্ৰাণী য়েও প্ৰাণ বিসৰ্জ্জন দিবলগীয়া হল। শান্তিৰ নামত কেৱল অশান্তিৰ জুই জ্বলিল। ঘৰে ঘৰে কান্দোনৰ উৰ্ম্মি উঠিল। পৰাক্ৰমী পাশৱিক অস্ত্ৰবলে স্বৰাজ্য-স্বধৰ্ম্ম-স্পৃহা দলি পেলালে। নেপেলোৱা হলে, '৫৭ ছালৰ বুৰঞ্জী-পাততিত উত্থান-পতনৰ চাকে ওলোটা গঢ়ৰ অধ্যায় স্বৰ্ষ্টি কৰিলেহেঁতেন। সেয়ে হোৱা হলে, সেই পাততিত মণিৰাম পিয়ালী আদিৰ ঠাইত হলৰইড আৰু তেওঁৰ লগৰীয়া বিলাকক ওলমি থকা দেখিবলৈ পোৱা হলহেতেন। কিন্তু অসমৰ প্ৰতি বিধি বাম। অসমীয়া জাতি পতিত জাতি; কৃতঘ্নতাশূন্য একতা, উমৈহতীয়া একাগ্ৰতা, পৰ্য্যবেক্ষণ আৰু কুশাগ্ৰবুদ্ধিৰ অভাৱ আৰু লক্ষ্যহীন দূৰদৰ্শিতাই অসমীয়াৰ দুৰ্ব্বলতা। এই দুৰ্ব্বলতাৰ ওপৰতে "মূণ্ডে ভৰি" দিবলৈ ওলাইছিল মণিৰাম দেৱানে—ইং ১৮৫৭ ছালত। 'বলৱন্ত

কাল চক্ৰৰ' লগতে বৃটিছৰ দমন-চক্ৰই তেওঁক কিন্তু কাঁচী-কাঠত পিহি পেলালে। দুৰ্ব্বলতাই আৰু সৰলতা লাভ কৰিবলৈ মুকাৰ নোৱাৰিলে। নল মাঁৰ ওলোৱা গজালিলৈ সেই কাম থাকি গ'ল। শস্য-শ্যামলা অসম ধৰিত্ৰীৰ বুকুত বিপুল অৰ্থ-সম্পদৰ অনন্ত আকৰ তন্দ্ৰাৱস্থাত তল পৰি আছে। পূৰ্ণ স্বাধীনতাৰ অতৃপ্ত বাসনাত ডেই-পুৰি থকা অসমৰ ডেকা-শক্তিয়ে সেই সম্পদৰ সঁজাল ধৰাবই ধৰাব। এই ফেৰাই আশাৰ জীৱনীশক্তি যদিও, '৫৭ ছালৰ ঘটনাৰ শোকে আমাক খুন্দা মাৰি ধৰেহি। জগতত হেজাৰ বিজাৰ পৰিবৰ্ত্তন হ'ল, হেজাৰ বিজাৰে-হাঁহিলে-মাতিলে-হেজাৰ বিগ্ৰাৰ বৃন্দাবন পুৰি ছাই হল। অৱশেষত, বৃটিছ জাতিৰ হৈ লৰ্ড মাউণ্টবেটেনে কাতুৰ্ব্বাদে মিনতি কৰিলে—অতীতক পাহৰি পেলোৱা।

অত্যাচাৰ পাহৰিব পাৰি; সন্তাপ কিন্তু ক'ত মাৰ যাব? মণিৰামে স্বাধীনতাৰ আঁচনিখন পোন প্ৰথমেই আউটি লয়, সেই মণিৰামৰ মৰণ-কথা অসমীয়া জাতিয়ে কোন স'তে পাহৰিব? আৰু সেই আউটিলোৱা আঁচনিৰ ফুলতে মোৱাই ধৰালে যি '৫৭ ছালৰ ঘটনাই তাকেই বা পাহৰিব কেনেকৈ? সেয়েহে, চোৰা মন তাপৰিব নোৱাৰি অসমীয়া সভ্যতি সভাতাৰ বিশ্বকৰ্ম্মা বেজবৰুৱাই কি কৈছে,

"মণিৰাম পিয়ালীৰ
মৰণ বাতৰি
যদি তোৰ বীণে



মানা কৰ তাক
বৰাগী ককাই ঐ
শোক মোৰ উথলায়

—অন্ত—